# মোৰ জন্ম মোৰ অভিশাপ

চৈয়দা ৰাজিহা আখতাৰ

ইউনাইটেড পাব্লিচাৰ্চ
গুৱাহাটী-২১

**MOR JIBAN MOR ABHISHAP :** A novel based on the life of Tea Garden by Sayeda Wajiha Akhtar published by United Publishers, Zoo-Narengi Tiniali, Guwahati- 781021 (Assam). **Rs. 70.00**

**প্ৰকাশক**
ইউনাইটেড পাব্লিচাৰ্ছ
জু-নাৰেংগী তিনিআলি
গুৱাহাটী-২১

**পৰিৱেশক**
কৌস্তুভ প্ৰকাশন

প্ৰথম প্ৰকাশ
জানুৱাৰী, ২০০৬



প্ৰচ্ছদ
প্ৰদীপ নাথ

মূল্য : ৭০ টকা

**মুদ্ৰক**
**ইউনাইটেড প্ৰিন্টাৰ্ছ এণ্ড পাব্লিচাৰ্ছ**
জু-নাৰেংগী তিনিআলি
গুৱাহাটী-২১

# বাজিহালৈ শুভেচ্ছা

মই চৈয়দা বাজিহা আখতাৰৰ 'মোৰ জন্ম মোৰ অভিশাপ' নামৰ উপন্যাসখনৰ বিষয়ে সকলো জানিলো, কিছু পঢ়িলো আৰু উপন্যাসখন পঢ়ি মই বৰ অভিভূত হ'লো। অভিভূত হ'লো এই কাৰণেই যে তেওঁ অন্তৰৰ সৈতে জীৱনৰ সুখ-দুখৰ কাহিনী ইয়াত লিপিবদ্ধ কৰিছে। যিজনৰ কথা লিপিবদ্ধ কৰিছে, তেওঁৰ গোটেই জীৱনটোৱেই এক ধৰণৰ সংঘাতময়; যাক তেওঁ এই উপন্যাসখনৰ জৰিয়তে লিখি উলিয়াইছে। উপন্যাসখনৰ পটভূমি হ'ল অসমৰ চাহ-বাগিচা। কাহিনীটো লিখিবলৈ যাওঁতে অসমৰ চাহ-বাগিচাৰ এখন সুন্দৰ চিত্ৰ তাত ফুটি উঠিছে। চাহ বাগানৰ এনে এখন চিত্ৰ আমি বহুদিনৰ পৰাই আশা কৰিছিলো। আনকি মই বিদেশত থাকোঁতেও বহুতে কৈছিল যে তোমালোকৰ তাত থকা চাহ-বাগিচাৰ পটভূমিত কি কাৰণে সাহিত্য অধিক সৃষ্টি হোৱা নাই? আনকি মুল্কৰাজ আনন্দে, যি মোক বৰ ভাল পাইছিল, তেওঁ নিজে এখন চাহ-বাগিচাৰ বিষয়ে কিতাপ লিখিছিল আৰু মোক বৰ অনুৰোধ কৰিছিল সেইখন অসমীয়ালৈ অনুবাদ কৰিবলৈ। তেওঁৰ মৃত্যুৰ পিছত সেই কাম বোধহয় কোনোবা এজনে কৰি আছে। মোৰ বোধেৰে এতিয়া নতুন লেখক-লেখিকাসকল এই বিষয়ত সজাগ হৈছে আৰু শ্ৰীমতী চৈয়দা বাজিহাৰ এই উপন্যাসখনে নিশ্চয় পাঠক সমাজৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হ'ব। শ্ৰীমতী বাজিহা আখতাৰে চাকৰি জীৱনৰ অতি ব্যস্ততাৰ মাজেৰে এই উপন্যাসখন লিখি উলিয়াবলৈ সক্ষম হৈছে আৰু ইয়াৰ পৰা বুজা যায় তেওঁৰ সাহিত্য সৃষ্টিৰ প্ৰতি কিমান বেছি আগ্ৰহ। মোৰ বোধেৰে এনেধৰণৰ লেখিকাইহে ভাল সাহিত্য সৃষ্টি কৰিব পাৰে। পৃথিৱীত যিমানবোৰ অতি ভাল সাহিত্য সৃষ্টি হৈছে, তাৰ লেখকবোৰো সৰু সৰু একোখন ঠাইৰ পৰাই আহিছে। মই জানো যে শ্ৰীমতী চৈয়দা বাজিহাই অতি সুন্দৰ সাহিত্য সৃষ্টিৰে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ যাব পাৰিব। মই শ্ৰীমতী চৈয়দা বাজিহাক মোৰ হিয়া-ভৰা অভিনন্দন জনালো, এই অতি সুন্দৰ উপন্যাসখন লিখি উলিওৱাৰ বাবে।

*মামণি ৰয়ছম গোস্বামী*
*দিল্লী বিশ্ববিদ্যালয়*

০৩/১১/২০০৫

# মোৰ একাষাৰ

মোৰ এই উপন্যাসখন লিখাৰ ক্ষেত্ৰত বিভিন্নজনৰ পৰা বিভিন্ন সময়ত বিভিন্ন ধৰণে সহায় পাইছিলো। সেইসকলৰ নাম মই কৃতজ্ঞতাসহকাৰে সুঁৱৰিলো।

এই উপন্যাসখন ডিটিপি কৰি উলিওৱাত সহায় কৰিলে লস্কৰ ডাঙৰীযা, মোৰ ভনী আচিমা নাচৰিণ, বেবী, ভাইটি হবিব, মোৰ জা পাৰলু আৰু পূজনীয় দেউতা চৈয়দ মুছলেহউদ্দিন আহমেদে।

ডিটিপি কপিটো শ্ৰীতবিউল হুছেইন খুৰা আৰু নিকুমণি বাইদেৱে চকু ফুৰাই ভুলবোৰ আঙুলিয়াই দি শুদ্ধ কৰাত সহায় কৰিলে আৰু ভালেখিনি উৎসাহ যোগালে। ইযাৰ বাবেই আজি এই উপন্যাসখন কিতাপ আকাৰে প্ৰকাশ কৰিবলৈ সক্ষম হ'লো। সাংবাদিক শ্ৰীহীৰেন শইকীয়াই কিতাপখন ছপা কৰি উলিওৱাত আৰম্ভণিৰে পৰা শেষলৈকে বহু কষ্ট কৰিলে।

লগতে মোৰ সহকৰ্মী শ্ৰী ইন্দ্ৰানী কলিতা বাইদেউ আৰু শ্ৰী জুলী বাইদেৱে বহুখিনি সহায় আগবঢ়ায। কলিতা বাইদেৱে বিভিন্ন ধৰণে বহুমূলীযা কিতাপ যোগান ধৰি ভবিষ্যতেও লিখাৰ বাবে উৎসাহ আৰু অনুপ্ৰেৰণা দিয়ে। সেযে মই সকলোৰে ওচৰত সদা কৃতজ্ঞ আৰু ঋণী।

মোৰ স্বামী চৈয়দ আচাদুল কৰিমে (নাচেৰ) উপন্যাসখন প্ৰকাশ কৰাত সকলোৰে লগত যোগাযোগ কৰি দি আগৰ পৰা শুৰিলৈকে মোক যেনেদৰে সহায় কৰিলে তাৰ ধাৰ মই কাহানিও সুজিব নোৱাৰিম।

মোৰ এই উপন্যাসখন সম্পূৰ্ণ কাল্পনিক যদিও সমাজত ঘটি থকা কিছুমান ঘটনাৰ আলম লৈ লিখা হৈছে। মানুহে নভবা-নিশ্চিন্তাকৈ কৰা কিছুমান কৰ্মই জীৱনত অতীতৰ পৰা ভবিষ্যতলৈ কেনেকুৱা পৰিস্থিতিৰ সৃষ্টি কৰে, তাৰ এটি আভাষ দিবলৈ উপন্যাখনত প্ৰয়াস কৰা হৈছে।

উপন্যাসখনৰ লেখিকা হিচাপে মই তেনেই ন-থান। গতিকে কিবা ভুল-ত্ৰুটি হ'লে ক্ষমা মাৰ্জনা কৰিব বুলি আশা কৰিলো।

চৈয়দা ৰাজিহা আখতাৰ

০১/০১/২০০৬

*মোৰ এই উপন্যাসখন নানা (ককা) অসমীয়া*
*সাহিত্যৰ মুকুটবিহীন কথা সম্রাট চৈয়দ আব্দুল*
*মালিকৰ চৰণ কমলত উচৰ্গা কৰিলো ।*

**ৰাজিহা**

# মোৰ জন্ম মোৰ অভিশাপ

বালিজান চাহ বাগিচাখন উমানন্দ বৰুৱাৰ। উমানন্দ বৰুৱাৰ ঠায়ে ঠায়ে কেইবাখনো চাহ বাগিচা আছে। কিন্তু তেওঁৰ বয়স বাঢ়ি অহাৰ লগে লগে চাহ বাগিচাবোৰৰ অৱস্থা চোৱা-চিতাৰ অভাৱত বৰ বেয়াকৈ চাল খালে। সেয়ে তেওঁৰ সৰু পুতেক কাশ্যপক বালিজান চাহ বাগিচাৰ চোৱা-চিতাৰ বাবে দায়িত্ব দিবলৈ থিৰাং কৰিলে। কিন্তু কাশ্যপে কোনোপধ্যেই বালিজান চাহ বাগিচালৈ গৈ কাম কৰাটো পচন্দ নকৰে। কাশ্যপৰ মতে, তেওঁ তেওঁৰ দ্বিতীয়জন দাদাকৰ দৰে আমেৰিকালৈ গৈ ভাল কাৰবাৰ এটা কৰাৰ ইচ্ছা। কিন্তু শেষত জানিবা মাক, দেউতাক আৰু ডাঙৰজন ককায়েকৰ নেৰানেপেৰা অনুৰোধত বালিজান চাহ বাগিচালৈ যোৱাটোকে ঠিৰাং কৰিলে। উমানন্দ বৰুৱাই বাৰে বাৰে কাশ্যপক বুজালে যে চাহ বাগিচা ভালকৈ চলিলে এনেও অন্য দেশৰ লগত অহা-যোৱা কৰি থাকিব পাৰিব। সেই সময়তে ফোনটো বাজি উঠিল। কাশ্যপে সুধিলে—'হেল্ল', হেল্ল', কোনে কৈছে? অ' পৰী বাইদেউ। ভালনে তোমাৰ?' উত্তৰ নৌপাওঁতেই উমানন্দ বৰুৱাই কাশ্যপৰ পৰা ফোনটো লৈ জীয়েকৰ খবৰ সুধিলে। মাকো ভিতৰৰ পৰা দৌৰি আহিল— 'ক'ৰ বাশ্বিংটনৰ পৰা আহিছে নেকি? অ' পৰীৰ ফোন নেকি?' বুলি কৈ উমা বৰুৱাৰ পৰা ফোনটো কাঢ়ি লৈ সুধিলে— 'পৰী তোৰ ভালনে? বহুদিন ফোন কৰা নাই যে, তহঁত বৰ ব্যস্ত নেকি?' সিফালৰ পৰা পৰীয়ে উত্তৰ দিলে— 'আমাৰ ভালেই? তুমি ঠিকেই কৈছা মা। আমি বৰ ব্যস্ত হৈ আছো। ইয়াত ডাক্তৰৰ এখন ছেমিনাৰ হৈ আছে। সেইখনত দুয়োজনে যোগ দিছো। এইকেইদিন সেই কাৰণেই ফোন কৰিব পৰা নাই।'

'অ' পৰী, কাশ্যপে কাইলৈ বালিজান চাহ বাগিচালৈ যাবগৈ। বালিজান চাহ

বাগিচাখন চোৰা-চিতাৰ দায়িত্ব দেউতাৰাই তাকেই দিলে। সি প্ৰথমে মান্তি হোৱা নাছিল। বহু বুজনিৰ মূৰত সি যেনিবা মান্তি হ'ল।'

পৰীয়ে ক'লে— 'কথাষাৰ শুনি ভালেই লাগিছে মা। অন্তত তাক যে মান্তি কৰাব পাৰিলা। নহ'লে চোৱা মা, এনেকৈয়ে আমাৰ বাগিচাবোৰ এদিন নাইকিয়া হৈ যাব। এনেকৈ অৱহেলা কৰিলে সেইবোৰৰ ওপৰত আন মানুহে আধিপত্য বিস্তাৰ কৰিব। এদিন দেখিবা সেইবোৰ লৈ আমি এনেয়ে মূৰ ঘমাব লাগিব। মা ফোন থওঁ। আকৌ তিনি তাৰিখে কৰিম। মা তোমালোক এবাৰ বাশ্বিংটনলৈ আহিবাচোন' বুলি কৈয়ে পৰীয়ে ফোনটো ৰাখিলে।

পিছদিনা পুৱা প্ৰায় ৫ বজাত উমানন্দ বৰুৱা আৰু পুতেক কাশ্যপ বাগানলৈ যাবলৈ সাজু হ'ল। উমা বৰুৱাই বগীৰামক মাতিলে— 'বগী বেডিঙটো ঠিক মতে দিছ নহয়, গাড়ীত ভৰালি নে নাই'?

'হয় মালিক, যিকেইপদ বস্তু দিবলৈ কৈছিল আটাইবোৰ দিছো। একো এৰা নাই মালিক। বাকচ তিনিটাও ভৰাই দিছো।'

কাশ্যপে হাতত নিজৰ গীটাৰখন আৰু বেতৰ টুপীটো লৈ জীপৰ ওচৰলৈ দৌৰি গ'ল। কাশ্যপৰ পিছে পিছে মাক দৌৰি আহিল; 'কাশ্যপ, ভালকৈ থাকিবি। ৰাতি বিয়লি ঘূৰি নুফুৰিবি। সময় মতে কিন্তু খোৱা-বোৱা কৰিবি। ৰাতি অসুখ-বিসুখ হ'লে লগে লগে জনাবি।'

'হ'ব, হ'ব, ইমান চিন্তা কৰিব নালাগে' বুলি কৈ কাশ্যপ জীপত উঠিল।

উমা বৰুৱাই ড্ৰাইভাৰক ক'লে— 'ষ্টাৰ্ট দিয়া।'

কাশ্যপে গোটেই পথছোৱা গাড়ীৰ কাষৰ আৰু সন্মুখৰ আইনাৰে মূৰটো এবাৰ আগলৈ এবাৰ কাষলৈ কৰি চাই গ'ল। কি নিৰিবিলি, কি পৰিষ্কাৰ! গোটেই বাটটো যেন কোনোবাই সাৰিহে থৈছে। কাশ্যপে বালিজান চাহ বাগিচালৈ কেতিয়াও অহা নাই। সেয়ে বাট-পথবোৰ নতুন নতুন লাগিল। ৯মান বজাত কাশ্যপহঁতৰ জীপখন বাগানৰ ভিতৰ সোমালগৈ। বাগানৰ মানুহবোৰে উমানন্দ বৰুৱাক দেখি 'মালিক মালিক' বুলি গাড়ীৰ পিছে পিছে আহি থাকিল। গাড়ীখন বাংলোৰ ওচৰ পোৱাৰ লগে লগে বাংলোৰ গেটখন চকীদাৰে খুলি দিলে। ড্ৰাইভাৰে নি জীপখন বাংলোৰ সন্মুখত থকা ডাঙৰ বাৰাণ্ডাখনত থলেগৈ। গাড়ী ৰখালেহে মাত্ৰ, বৰুৱাই লগে লগে চকীদাৰক ক'লে— 'বাংলোৰ ভিতৰখন চাফ-চিকুণ কৰি বস্তুবোৰ জেগাই জেগাই ঠিক-ঠাক কৰি থৈছা নহয়?'

'হয় চাহাব, চব ঠিক-ঠাক কৰি থৈছো।'

বৰুৱাই আকৌ চকীদাৰক মাতিলে— 'ৰামলাল' ।

ৰামলালে উত্তৰ দিলে— 'জী মালিক।'

'বাংলোলৈ কেইবাদিনো বাৰু মালী অহা নাই নেকি?'

'নাই অহা হুজুৰ। মালীৰ জীয়েকৰ খুব বেমাৰ। সেয়ে কেইবাদিনো কামলৈ আহিব পৰা নাই। ময়ে ফুলবোৰত পানী দি আছো।'

বৰুৱাই ক'লে— 'অ' সেই কাৰণে ঘাঁহবোৰ ইমান বাঢ়িছে।' বৰুৱাই ৰামলালক পুনৰ ক'লে— 'আজিৰ পৰা তইঁতৰ মালিক এওঁহে দেই। এয়া কোন, পিছে চিনি পাইছ নে নাই? মোৰ সৰু ল'ৰা কাশ্যপ। মই দুদিনমান থাকি তইঁতৰ সৰু মালিকক কাম-কাজ অলপ দেখুৱাই গুচি যাম। তোক ৰান্ধনি এজন বিচাৰিবলৈ কৈছিলো নহয়, কি কৰিলি?'

'পাইছো মালিক। কিন্তু সি সোমবাৰৰ পৰাহে আহিব। এইকেইদিন ময়ে ৰান্ধিম মালিক। চিন্তা নকৰিব। আগতেতো মই আপোনাক বহুবাৰ ৰান্ধি খুৱাইছো।'

'তই থাকিলেতো চিন্তাই নাই। কিন্তু তই ৰন্ধা-বঢ়া কামত লাগি থাকিলে চকীদাৰী কোনে কৰিব?'

কাশ্যপে বাংলোটো ঘূৰি-পকী ইফালে-সিফালে চালে। নিজৰ ৰুমটোত ৰামলালৰ হতুৱাই বস্তুবোৰ পৰিপাটিকৈ ৰাখিলে। ৰুমটোত পালেং, ড্ৰেছিং টেবুল, আলনা, কাঠৰ ডাঙৰ আলমিৰা সকলো বস্তুৱেই আছে। কাৰণ কাশ্যপৰ দাদাক, দেউতাক মাজে মাজে বাগানত বহুদিন থাকি যায়। এতিয়া দেউতাকেও নোৱৰা হৈছেগৈ আৰু দাদাকো বাহিৰত থাকে। দাদাক, দেউতাক আহি থাকিলেও তাক কেতিয়াও বাগিচালৈ লগত নানে। কাশ্যপ ঘৰৰ সৰু, সেয়ে তাক আটায়ে তেনেই সৰু বুলিয়েই ভাবি থাকে। মাকেতো কাশ্যপক একেবাৰে চকুৰ আগতেই ৰাখিব বিচাৰে। এইবাৰহে উপায় নাপাই পঠিয়াবলৈ বাধ্য হৈছে। সেয়ে এইবাৰ প্ৰথমবাৰৰ বাবে বালিজান চাহ বাগিচালৈ আহিব পাৰিছে। কাশ্যপৰ কেতিয়াবা খঙো উঠে ঘৰৰ সৰু হোৱা বাবে। কাৰণ সকলো কামতেই ডাঙৰৰ বাধা। সেয়ে সি স্বাধীনভাৱেই ডাঙৰজন ককায়েকৰ দৰেই বাহিৰলৈ যোৱাৰ ইচ্ছা কৰিছিল। সেই ইচ্ছাও ডাঙৰৰ হেঁচাত পৰিবৰ্তন হ'ল। এতিয়া অৱশ্যে কোনোদিন আহি নোপোৱা বালিজান চাহ বাগিচালৈ আহি কাশ্যপৰ অকণো বেয়া লগা নাই। সেয়ে বাংলোৰ কাষে কাষে কেইবাবাৰো ঘূৰিলে। বাংলোৰ সন্মুখৰ ফুলনিখন তাৰ বৰ ভাল লাগিল। ভাবিলে, ইয়াতে বহি গীটাৰখন মাজে সময়ে বজাব পাৰিব। কি নিৰিবিলি ঠাই, কিযে ঠাণ্ডা বতাহ। ইয়াত [illegible] সি ইয়ালৈ আৰু আগতেই আহিব

পাৰিলেহেঁতেন। এইবোৰ চিন্তাত বিভোৰ হৈ থাকোঁতেই চকীদাৰ ৰামলালে আহি মাতিলে - 'মালিক চাহ দিছো ব'লক।'

'ৰামলাল, ইয়াত বৰ ঠাণ্ডা বতাহ মাৰি থাকে নহয়?'

'হয় মালিক, এইবোৰ চব নদীৰ বতাহ।'

কাশ্যপে আচৰিত হৈ সুধিলে— 'কি, ইয়াত নদীও আছে নেকি?'

'হয় মালিক, ইয়াত চব আছে। ইফালে পাহাৰ, সিফালে নদী। মাজত বাগিচা। ডাঙৰ মালিকেও এই বাগিচাখন বৰ ভাল পায়। সেই কাৰণে মাজে-সময়ে আগতে ইয়ালৈ আহি থাকেহি। সৰু মালিক ব'লক, চাহ ঠাণ্ডা হ'ব।'

'অ' ব'ল ব'ল।'

কাশ্যপ আৰু দেউতাকে চাহ খাই আহি বাংলোৰ বাৰাণ্ডাত বহি আছে। সেই সময়তে গেট খুলি 'চালাম বাবু' বুলি হনুমান সোমাই আহিল। হনুমানক দেখাৰ লগে লগে উমা বৰুৱায়ো চিঞৰি উঠিল— 'অ' হনুমান আহিছ, আহ ইয়ালৈকে আহ। তোৰ ভালনে?'

'কিনো ভাল বাবু আমাৰ। আছো আৰু কোনোমতে।'

উমানন্দ বৰুৱাই কাশ্যপক ক'লে— 'ই সৰু থাকোঁতে আমাৰ ঘৰতে কাম-বন কৰিছিল। অলপ ডাঙৰ হোৱাত মই তাক বাংলালৈ আনি ৰান্ধনি কামত লগাই দিলো। বাংলোত কোনো নাথাকিলে আগতে সিয়েই থাকে। ই থাকোঁতে বাংলাটো ইয়াতকৈও চিক্তিল কৰি ৰাখিছিল। যেতিয়াৰ পৰা আমাৰ অহা সেৰেঙা হ'ল আৰু সি বিয়া কৰালে, তেতিয়াৰ পৰা মই তাক বাগানৰ কামত দি দিলো। হনুমান, তোৰ হাতত এইটো কি?'

'মাছ মালিক। আমাৰ নদীখনত মৰা। আপুনি আহিব বুলি গম পাই লৈ আহিছো।'

'বৰ ডাঙৰ মাছ। বৰালি নেকি অ?'

'হয় মালিক, বৰালি মাছ।'

হনুমানে মাছটো লৈ ভিতৰলৈ গ'ল। ৰামলালে ভাত ৰান্ধি থকা দেখি হনুমানে মাছটো কাটি-কুটি চাফা কৰি একেবাৰে ৰান্ধি থৈ গ'ল। ৰামলালে ভাত বাঢ়িয়েই উমা বৰুৱা আৰু কাশ্যপ (ডাঙৰ মালিক, সৰু মালিক) দুয়োকে ভাত খাবলৈ মাতিলেহি। সেই সময়তে ৰামলালৰ বাংলোৰ পিছফালে থকা কাজি নেমু জোপালৈ মনত পৰাত বাংলোৰ পিছফালে দৌৰি গ'ল। কাজি নেমু জোপাৰ পৰা কাজি টেঙা এটা আনি ধুই দীঘলকৈ কাটি প্লেট এখনত সজাই ভাতৰ টেবুলত দি দিলে। উমা বৰুৱা আৰু কাশ্যপে ভাত খাবলৈ বহিল। অলপ ভাত খোৱাৰ পিছতে কাশ্যপে ক'লে—

'ভাতকেইটা খাই বৰ ভাল লাগিছে নহয়। মাছৰ জোল, দাইল আটাইবোৰ সোৱাদ হৈছে। ৰামলালে বৰ ভাল ৰান্ধিব জানে নহয় দেউতা?'

কথাষাৰ শুনি ৰামলালে ক'লে—

'অকল ময়ে ৰন্ধা নাই সৰু মালিক। মাছৰ জোলখন হনুমানে ৰান্ধি গৈছে।'

কাশ্যপে দেউতাকক ক'লে— 'দেউতা, হনুমানকে ভাত ৰান্ধিবলৈ লগাব নোৱাৰিনে?'

দেউতাকে ক'লে— 'নহয় অ', তাক নোৱাৰি; সি বাগানত কাম কৰে নহয়। সি বৰ বিশ্বাসী। সি বাগানৰ আটাইবোৰ কাম চোৱা-চিতা কৰে। অৱশ্যে, কেতিয়াবা কোনো ৰান্ধনি নাথাকিলে তাক মাতি পঠিয়াবি, সিয়েই ৰান্ধি দিবহি। কিন্তু সদায় নহয়। কাৰণ সিয়েই আটাইতকৈ দায়িত্ব বুজা মানুহ। তাৰ ওপৰতেই আমি বাগানৰ বহু চোৱা-চিতাৰ কাম নিৰ্ভয়ে এৰি দিব পাৰো।'

ভাত-পানী খাই উমা বৰুৱা বেডৰুমলৈ গ'ল অলপ জিৰাবৰ বাবে। কাশ্যপে কিন্তু নতুন পৰিৱেশ পাই ইফালে-সিফালে ঘূৰি বেৰ নথকা সৰু ঘূৰণীয়া ঘৰটোত বহিলগৈ। কাশ্যপে ভাবিলে— এই ঘৰটো অলপ ঠিক-ঠাক কৰাই লৈ গীটাৰখন ইয়াতো মাজে সময়ে বজাব পৰা যাব। সৰু ঘৰটোৰ কথা ভাবি ভাবি কাশ্যপ গৈ বননিত বহিলগৈ। বননিত বহা দেখি ৰামলাল দৌৰি আহিল।

'বাবু বননিত নবহিব। এইখন চকী লওক।'— বুলি কৈ ৰামলালে দৌৰি গৈ চকীখন কাশ্যপক দিলেগৈ।

কাশ্যপে ক'লে— 'এহ, একো নহয়। কি হ'বনো, চাফা বননি।'

ৰামলালে ক'লে— 'নহয় চাহাব, বনবোৰ দীঘল হৈছে নহয়।'

কাশ্যপে 'এহ্ দিয়া' বুলি কৈ ৰামলালৰ পৰা চকীখন লৈ বহিল।

কাশ্যপে ইমান ধুনীয়া দৃশ্য যেন কোনোদিন দেখা নাই। কত ঠাই ফুৰিছে, কত বাগান ঘূৰিছে, কিন্তু ইমান নিৰিবিলি, চাফা আৰু শান্ত পৰিৱেশ যেন তেওঁৰ জীৱনত এয়াই প্ৰথম। পৃথিৱীত যদি ধুনীয়া ঠাই আছে, তেনেহ'লে কাশ্যপৰ মতে এইখনেই। ইফালে পাহাৰ, সিফালে নদী; মাজত বাগিচা। ঈশ্বৰৰ কি অপূৰ্ব সৃষ্টি! সেই সময়তে মূৰৰ ওপৰেৰে এজাক বগলী লাহে লাহে উৰি পাৰ হৈ গ'ল। কাশ্যপে থৰ লাগি বগলীজাকলৈ চাই থাকিল। কাশ্যপে বহি বহি এইবোৰ চাই থাকোঁতেই গোটেইখন ৰঙা পোহৰেৰে আৱৰি ধৰিলে। অলপ দেৰিৰ পিছতে বাগিচাৰ মাজেৰে গছৰ ফাকে ফাকে ডুব যোৱা বেলিটো চাই তেওঁ সকলো পাহৰি গ'ল— যেন তেওঁ কন্যাকুমাৰীতহে

আছে। সেই সময়তে কাৰোবাৰ চিঞৰ শুনি তেওঁ থমকি ৰ'ল।

'অ' ৰামলাল।'

'মালিক, চাহ দিছো ব'লক। ডাঙৰ মালিকে চাহ খাই আছে।'

দেউতাকক ক'লে—

'দেউতা কেতিয়া উঠিলা।'

'এইমাত্র। আমি অলপ বাগানৰ পৰা আহিম।'

'হ'ব দেউতা। দেউতা, খোজকাঢ়ি যাম দেই।'

'নালাগে, গাড়ী লৈ যাম। নহ'লে বৰ আমনি লাগে।'

'হ'ব বাৰু।'

দুয়ো বাগানত গাড়ীৰে সোমালগৈ। আন্ধাৰ হোৱাত দেউতাকে বাগানৰ সীমাবোৰ ভালদৰে দেখুৱাব নোৱাৰিলে। অলপ ঘূৰি-পকি দুয়োজন আকৌ বাংলো পালেহি। বৰুৱাই চিঞৰিলে— 'ৰামলাল কি কৰিছ?'

'মালিক, ভাতৰ যো-জা কৰিবলৈ লৈছো।'

উমা বৰুৱাই পুতেকক ক'লে— 'কালি পুৱাই তোক বাগানখনৰ সীমা কিমানলৈকে আছে, দেখুৱাই দিম আৰু বাগানৰ কাম-কাজ, হিচাপ-নিকাচ সকলো বুজাই দি পৰহিলৈ মই যামগৈ।'

'দেউতা, ৰান্ধনিটো আহক, তাৰ পিছত তুমি যাবাগৈ। ৰান্ধনিটোৰ দৰমহাৰ কথা আছে নহয়। দেউতা, সেইটোও তুমি ঠিক কৰি থৈ যাবাগৈ।'

'কাশ্যপ, তয়ো যে কথা কব আৰু। তই ইমানখন বাগান চলাবলৈ আহিছ, অথচ ৰান্ধনিটোৰ দৰমহাটোনো ঠিক কৰিব নোৱাৰিবিনে? বাৰু হ'ব দে, মই ঠিক কৰি যাম।'

পুৱাই চাহ-তাহ খাই উমা বৰুৱা আৰু কাশ্যপ বাগান চাবলৈ ওলাল। গাড়ী লৈ গৈছে যদিও গোটেই বাগিচাখন দেখুৱাব লগা হোৱা বাবে বাটে বাটে গাড়ী ৰখাই খোজকাঢ়ি যাবলগীয়াও হ'ল। বৰুৱাই পুতেকক ক'লে—

'কাশ্যপ, সেই নদীখন যে দেখিছ, তাৰ পাৰলৈকে আমাৰ বাগিচাৰ মাটি।'

'দেউতা, নদীৰ সিটো পাৰে দেখোন সেইবোৰ ঘৰ। তাত মানুহ থাকে নেকি?'

'অ' সেইবোৰৰ বাঁওফালে থকাবোৰৰ কিছুমান বাগানৰ মানুহেই। কিন্তু সোঁফালে থকা সৰহভাগ অসমীয়া গাঁও আৰু নেপালী বস্তি। এই নদীখনৰ সিটো পাৰে মুঠতে

কেইবাখনো গাঁও আছে। এতিয়া ব'ল সেইফাললৈ যাওঁ। সেইফালে পাহাৰৰ ওপৰলৈকে কাঠৰ খুঁটি আৰু তাঁৰৰ জালনাখন দেখিছ? সেইখিনিলৈকে আমাৰ বাগানৰ মাটি। কেতিয়াবা তাঁৰৰ জালনাখন একৰাই কিছুমান মানুহে মাটি দখল কৰিবলৈ আহে। সেই কাৰণে এইখিনি ঠাইৰ ওপৰত চোকা দৃষ্টি ৰাখিব লাগে। এবাৰ ইয়াত এজন মানুহে এদিনতে খেৰি ঘৰ এটা সাজিছিল। আমাৰ বাগানৰ মজদুৰ এজনে কোৰাত আমি জোৰকৈ ঘৰটো উঠাই দিবলৈ বাধ্য হ'লো। ঘৰটো উঠোৱাত আমাক হনুমানে বহুত সহায় কৰিছিল। হনুমান বৰ বিশ্বাসী। সেই কাৰণে সি কোৱা কথাবোৰ আওকাণ নকৰিবি।'

মুঠতে উমা বৰুৱাই পুতেকক বাগানৰ অফিচ, কেঁচা চাহপাত, ক'ত ড্ৰাই কৰে এই আটাইবোৰ ঠাই ভালকৈ দেখুৱালে। তেওঁ কাশ্যপক ক'লে—

'কিবা নাজানিলে ফোন কৰি সুধি ল'বি। নজনা কথাবোৰ ফোনেৰে শিকাই দিম। বেছি অসুবিধা পালে মোক মাতি পঠিয়ালেই হ'ল। ভয় নকৰিবি, এইবোৰ ইমান টান কাম নহয়।'

'হ'ব দেউতা, পাৰিম। মাত্ৰ চোৱা-চিতাহে কৰিব লাগে। বাকী সকলো কাম কৰ্মচাৰী-বনুৱাইঁতে কৰি থাকিবই।'

এনেকৈয়ে বৰুৱাই ইটো-সিটো দেখুৱাই গাড়ীৰ ওচৰ পালেহি। দুয়ো কথা পাতি পাতিয়েই গাড়ীত উঠিল। গাড়ী আহি বাংলোৰ ওচৰ পোৱাৰ আগতেই ৰামলালে দৌৰি আহি গেট খুলিলেহি। কাশ্যপে দেউতাকক ক'লে—

'দেখিছা দেউতা, ৰামলাল বৰ ছিন্‌চিয়েৰ মানুহ। চোৱাচোন আমি হৰ্ণ বজোৱাই নাই, সি গেট খুলিলেই।'

গাড়ীখন কাশ্যপে ভিতৰলৈ সুমুৱাই ড্ৰাইভাৰক চিঞৰিলে—

'অৰুণ, আজি আবেলি বজাৰলৈ যাম আৰু পেট্ৰ'ল ল'বলৈ আছে। কাইলৈ দেউতাও যাবগৈ নহয়, সেয়ে গাড়ীখন অলপ চাফা কৰা।' এইবুলি কৈ কাশ্যপ আৰু বৰুৱা বাৰাণ্ডাত উঠিলহে মাত্ৰ এনেতে মানুহ এজনক চাহ খাই থকা দেখি তেওঁলোক থমকি ৰ'ল। সেই সময়তে ৰামলালে ভিতৰৰ পৰা আহি ক'লেহি—

'মালিক ৰান্ধনিজন এয়া। এইমাত্ৰ আহিছে।'

'অ' এইজন নেকি?'

কাশ্যপে ৰান্ধনিজনক সুধিলে—

'ৰন্ধা-বঢ়া ভালকৈ জানা নহয়?'

'হয় মালিক, চব জানো।'

বৰুৱাই সুধিলে—

'দৰমহা-পাতি কিমান দিব লাগিব?'

'মালিক ৫০০ টকা দিব।'

'বাৰু হ'ব হ'ব, চিন্তা নকৰিবা। কেৱল ৰন্ধা-বঢ়া ভালকৈ কৰিব পাৰিলেই হ'ল।'

সেই সময়তে ৰামলালে ক'লে—

'আজি মালিকক তুমিয়েই ৰান্ধি খুৱাবা।'

বৰুৱাই ক'লে—

'তেওঁ আজি ভাগৰত আহিছে নহয়।'

'নাই মালিক, কিমাননো দূৰ? একো ভাগৰ লগা নাই মোৰ। আজি মোৰ ৰন্ধা খাই চাওক।'

'হ'ব বাৰু; ভাল কথা। আজি এওঁ ৰন্ধা ভাত খাই কাইলৈ পুৱা যামগৈ। কাশ্যপ, এতিয়া আৰু তোৰ একো অসুবিধা নাই; আটাইবোৰ ঠিক হৈ গ'ল। এতিয়া মাত্ৰ তই আৰামত বাগান চলালেই হ'ল।'

ৰামলালে ৰান্ধনিক সকলো বস্তু জোগাৰ কৰি দিলে। ৰান্ধনিয়ে যি যি ৰান্ধিব লাগে ৰান্ধি গ'ল। অলপ পিছতে ৰামলালে আহি ক'লে—

'মালিক ভাত বাঢ়িলো, খাই লওকহি।'

'অ' ভৰি-হাত ধুৱাই নাই নহয়, ধুই লওঁ ৰবা।'

ভৰি-হাত ধুই দুয়ো ভাতৰ টেবুলত বহিল। বৰুৱাই ক'লে—

'কাশ্যপ, বাকী দুখন গাড়ী গেৰেজৰ পৰা অনাৰ পিছতে মই তোলৈ জীপখন পঠিয়াই দিম।'

'হ'ব দেউতা। ইয়াত গাড়ীৰ ইমান দৰকাৰ নাই। ইয়াত কোননো আছে ঘূৰি ফুৰিবলৈ।'

'নাই নাই, সেইটো কথা নক'বি। গাড়ীখন ইয়াতহে বেছি দৰকাৰী; গাড়ী লাগিবই।'

'হ'ব দেউতা। যেতিয়া সুবিধা হয় পঠিয়াই দিবা।'

বৰুৱাই ভাত-পানী খাই অলপ বেষ্ট ল'লৈগে। কাশ্যপে আগৰ দৰেই ফুলনিত বহিলগৈ। ইফালে-সিফালে চাই থাকোঁতেই দেখিলে কোনোবাই ঘাঁহ কাটি আছে। কাশ্যপে দেখি অনুমান কৰিলে— তেৱেঁই নিশ্চয় আমাৰ ফুলনিৰ মালী। সেই সময়তে

উমা বৰুৱা শোবাৰ পৰা উঠি আহিছিল। এনেতে বৰুৱাই ফুলনিত মালীক দেখি সুধিলে—

'বিষ্ণু, তোৰ ভালনে?'

'নাই মালিক, ভাল নহয়। মোৰ ছোৱালীজনীৰ বৰ বেমাৰ হৈ গ'ল। আজি অলপ ভাল পাইছে।'

'অ' ৰামলালে কৈছিল। চা বিষ্ণু, সেয়া ফুলনিত বহি থকাজন তইঁতৰ সৰু মালিক।'

'অ' হয় নেকি?'

'আজিৰ পৰা বাগানৰ সকলো কাম-কাজ চোৱা-চিতা তইঁতৰ সৰু মালিকেই কৰিব।'

সেই সময়তে কাশ্যপ দেউতাকৰ ওচৰলৈ বেগাবেগিকৈ আহিল।

'অ' এওঁৱেই আমাৰ ফুলনিৰ মালী নেকি? কি নাম তোমাৰ?'

'মালিক, বিষ্ণু।'

'বিষ্ণু, ফুলনিখন তুমি ধুনীয়া কৰিব লাগিব দেই। মই তোমাক ক'ত কি কৰিব লাগিব দেখুৱাই দিম।'

'হ'ব মালিক, হ'ব।'

ৰাতিপুৱা ৯মান বজাত উমা বৰুৱা যাবলৈ সাজু হ'ল। হৰিহৰে পৰঠা আৰু কণীৰ দ'ম ৰান্ধি টেবুলত উলিয়াই দিলে। উমা বৰুৱাই খাই খাই কৈ থাকিল—

'তুমিও বৰ জুতিলগাই ৰান্ধিব জানা। কালি তুমি ৰন্ধা ভাত-মুৰ্গীৰ তৰকাৰী খাই এতিয়াও পাহৰিব পৰা নাই।'

হৰিহৰে ক'লে— 'মালিক আৰু দুদিনমান থাকিব লাগিছিল, মই ৰকম ৰকম ৰান্ধি খুৱালোহেঁতেন।'

'মই মাজে মাজে আহি থাকিম নহয়। তেতিয়া খুৱাবা আকৌ।'

সেই সময়তে কাশ্যপো খাবলৈ বহিল। খাই থাকোঁতেই ক'লে—

'দেউতা, এওঁ সঁচাকৈয়ে বৰ জুতিলগাই ৰান্ধে নহয়?'

'মই তাকেইতো এওঁক কৈ আছিলো।'

এনেতে কাশ্যপে ক'লে—

'দেউতা, তোমাক অলপ দূৰলৈকে থৈ আহোঁগৈ।'

'নালাগে থ। কেলেই মিছাতে যাব লাগে। অলপ গৈয়ে গাড়ীৰ পৰা নামিবৰ হ'বই।'

'একো নহয় দিয়া, কি হ'বনো' বুলি কাশ্যপ গাড়ীত উঠিল। ড্ৰাইভাৰে গাড়ী ষ্টাৰ্ট দিলে। অলপ দূৰ গৈয়ে কাশ্যপ গাড়ীৰ পৰা নামিল।

'দেউতা যোৱা দেই। অ' মাক কৈ দিবা ইয়াত থাকি মোৰ ভাল লাগিছে।'

'কম বাৰু। কাশ্যপ শুন, ভালকৈ থাকিবি। গধূলি ওলাই-মেলি নুফুৰিবি। পিছবেলা কামৰ পৰা আহি ফুলনিত বহি থাকিবি।'

'হ'ব দেউতা। তুমি যি কৈছা আখৰে আখৰে পালন কৰিম।'

'যাওঁ দেই' বুলি উমা বৰুৱাৰ গাড়ীয়ে চেকুৰ মাৰিলে।

কাশ্যপে দেউতাকক আগবঢ়াই দি ঘূৰি আহোঁতে নিজকে বৰ অকলশৰীয়া অকলশৰীয়া অনুভৱ কৰিলে। ইমান অকলশৰীয়াকৈ সি এতিয়া বাংলোত থাকিব লাগিব। সি কেতিয়াও ইমান অকলশৰীয়াকৈ ক'তো থকা নাই। এইবাৰেই সি প্ৰথম অকলশৰীয়া কি বস্তু উপলব্ধি কৰিব পাৰিছে। এইবোৰ ভাবি ভাবিয়েই আহি সি বাংলো পালেহি। বাংলোৰ গেটখন খুলিয়েই দেখিলে মালীয়ে ফুলনি চাফা কৰি আছে। আগৰ দৰেই ভাত-পানী খাই বিচনাত অলপ বাগৰ দি আনদিনাৰ দৰেই আবেলিপৰত বাগিচাত বহিলগৈ। আবেলিপৰত বাগিচাত বহাটো তাৰ দৈনন্দিন কামৰ তালিকাত। সিও এটা অন্যতম কাম হৈ পৰিল। বাগিচাত বহাৰ লগে লগে এজাক পাতল ঠাণ্ডা বতাহে গাটো আৰু মনৰ বেয়া লগাখিনি যেন খন্তেকতে উৰুৱাই ক'ৰবালৈ লৈ গ'ল। ইফালে পাহাৰৰ আঁৰে আঁৰে বেলিটো ৰঙা হোৱাৰ দৃশ্য। গোটেই আকাশখন ৰঙা। কোনোবাই যেন ৰঙহে ছটিয়াই থৈছে। লাহে লাহে বেলিটো আহি আহি বাগিচাৰ ওখ ওখ গছবোৰৰ আঁৰত লুকাই যি ধুনীয়া দৃশ্যৰ সৃষ্টি কৰিছে— যেন সি কোনোবা এখন বিশেষ ঠাইৰ ৰঙীণ ফটোহে চাই আছে। সেই সময়তে আকাশৰ ফালে চকু ফুৰাই দেখিলে আন দিনাৰ দৰেই সেই দিনাও বগলীজাক মূৰৰ ওপৰেৰে মেলানি মগা সূৰ্য্যৰ দৃশ্য চাই চাই সিহঁতৰ গন্তব্যস্থানলৈ উভতিছে। মানুহে নিয়ম সহজে ভাঙে, কিন্তু প্ৰকৃতিয়ে সহজে উলংঘা নকৰে। সি ভাবিলে— মই বিচনাখনত পৰি থাকোঁতে মোক নানা চিন্তাই আগুৰি ধৰিছিল, যি কাৰণে মই চকুকেইটাও অকণমান মুদিব নোৱাৰিলো। কিন্তু ইয়াত বহাৰ লগে লগে সকলো চিন্তা ক'ত বিলীন হৈ গ'ল ঠিক নাই। এইবোৰ ভাবি থাকোঁতেই কোনোবাই গেটত শব্দ কৰা শুনিলে। দেখিলে এজনী ছোৱালী গেট খুলি সোমাই আহিছে। ছোৱালীজনীয়ে গেট খুলি তাৰ আগেদিয়েই গ'ল। কিন্তু সি এষাৰ কথাও সুধিব নোৱাৰিলে— ছোৱালীজনীয়ে কাক বিচাৰিছে। কাশ্যপে চাই থাকোঁতেই তাই

বাগানৰ মালীৰ লগত কিবা কথা পাতিলে। তাৰ পিছত ছোৱালীজনী বৈ নাথাকি খৰধৰকৈ গুচি গ'ল। অলপ পিছতে মালীয়ে আহি কাশ্যপক ক'লে—

'মালিক, যাওঁ। ঘৰত গাই এটাৰ বেমাৰ হৈছে। তাইক আকৌ হাস্পতাললৈ নিব লাগিব। বেছি হ'লেটো নিবও নোৱাৰিম। ডাক্তৰেই আনিব লাগিব।'

'ঘৰৰ পৰা কোনোবা আহিছিল নহয়।'

'হয় মালিক, মোৰ ছোৱালী আহিছিল।'

'অ' তোমাৰ ছোৱালী। তুমি গৰুও পোহা?'

'হয় মালিক, নহ'লে আমাৰ নিচিনা গৰীব মানুহ কি ৰকম চলিম। ডাঙৰ মালিকেতো আপোনাক এক লিটাৰ গাখীৰ দিবলৈ কৈছে।'

'হয় নেকি? দিবা বাৰু।'

'মালিক যাওঁ।'— বুলি কৈ মালী গুচি গ'ল। সি মালীৰ জীয়েকজনীৰ কথা ভাবি আচৰিত হ'ল। জানিবা পূৰ্ণিমাৰ জোন এটাহে। ইমান ধুনীয়া, ইমান নম্ৰ। যেন ময়ূৰ চৰাইহে, লাহে লাহে আহি লাহে লাহে গুচি গ'ল। সি এই জীৱনত কত মানুহ, কত ছোৱালী লগ পাইছে, এনেকৈ কোনোদিন হতভম্ব হোৱা নাই। কিন্তু এই ছোৱালীজনীয়ে যেন কাশ্যপক কিবা যাদু কৰিহে গ'ল। শোওঁতে, বহোঁতে, সেই অকলশৰীয়া পৰিৱেশত তাৰ নিজৰ ঘৰৰ ছবি নাহি ছোৱালীজনীৰ ছবিহে বাৰে বাৰে মনলৈ আহি আমনি দিবলৈ ধৰিলে। তাৰ নিজৰ ওপৰতেই খং উঠিল। সি ক্ষন্তেক থাকিবও নোৱৰা হ'ল। যেন ছোৱালীজনী আকৌ এবাৰ চাবলৈ পালেহে তাৰ মন শাত পৰিব। তিনিদিন হ'ল, ছোৱালীজনীক সি ক'তো দেখা নাপালে। লাহে লাহে তাৰ মনৰ পৰা ছোৱালীজনীৰ ছবি আঁতৰিল। কিন্তু চতুৰ্থ দিনা সি আগৰ দৰেই পিছবেলা ফুলনিত বহি আছে। সেই একেদৰেই বেলি মাৰ যোৱা দৃশ্য চাই সি ভাবিছে— প্ৰকৃতিৰ কি অপৰূপ সৌন্দৰ্য্য, যাক সি চাই চাই হেঁপাহ পলুৱাব পৰা নাই। সি ইমানেই বিভোৰ যে তাৰ ওচৰত যদি কিবা এটা ঘটিও যায়, সি যেন একো গম নাপাব। সেই সময়তে কোনোবাই গেট খুলি ফুলনিৰ ভিতৰলৈ সোমাই আহিল। তথাপি সি একো গমকে নাপালে। কাৰণ আকাশৰ ওপৰেৰে উৰি যোৱা বগলীজাকলৈ সি ৰ লাগি চাই আছিল। এনেতে কাশ্যপে মূৰটো তললৈ কৰোঁতেই দেখিলে— কোনোবা তাৰ কাষত বৈ আছে। কাশ্যপে হঠাৎ চক খাই গ'ল। দেখিলে মালীৰ জীয়েকজনী তাৰ ওচৰতে থিয় হৈ আছে। সি মুখ মেলাৰ আগতেই তাই সুধিলে—

'মালিক, বাবা ক'লৈ গ'ল?'

'অ' বিষ্ণু। বিষ্ণু আৰু ৰামলালক মই বস্তু এটা আনিবলৈ পঠাইছো। এতিয়াই

আহিব ৰ'।'

ৰ' বুলি কোৱাত তাই তাতে ৰৈ থাকিল। কাশ্যপে তাইৰ ওচৰত সহজ হ'বলৈ সুধিলে—

'তোৰ নাম কি?'

'চম্পা।'

তাইৰ নতুন মালিকক দেখি অকণমান লাজ লাজ লাগিল। সেয়ে তাই ক'লে—

'মালিক যাওঁ।'

'ৰ বিষ্ণু আহিবৰ সময় হ'ল। ক'ত যাব, ৰ'। তই অসমীয়া ধুনীয়াকৈ জান?'

'হয় মালিক। আমাৰ মাতো অসমীয়া। বাবাহে নেপালী।'

'সেয়া তোক কৈছিলো নহয়, দেখিলি তোৰ বাবা আহিয়েই পালে। বিষ্ণু আহিলা।'

'হয় মালিক।'

ৰামলাল আৰু বিষ্ণুক তেওঁ টেবুল এখন আনিবলৈ দিছিল। সিহঁত দুয়ো টেবুলখন নি বাংলোৰ ভিতৰত ৰাখিলেগৈ। বিষ্ণু ওলাই অহাৰ লগে লগে নেপালী ভাষাতে জীয়েকে কিবা ক'লে। বিষ্ণুৱে হাঁহি হাঁহি ক'লে—

'মালিক, আপুনি বুজি নাপাবলৈ তাই মোক নেপালীত কৈছে।'

'তাই তোমাকনো কি কৈছে?'

'তাই কৈছে, কোনোবা আলহী আহিছে। মোক মাতি পঠিয়াইছে। কিবা দৰকাৰী কথা আছে বোলে। আলহীও বেছি সময় নথহে। মালিক মই অলপ...।'

'অ' বিষ্ণু, যোৱা যোৱা।'

যেতিয়াই বাপেকক দৰকাৰ হয়, তেতিয়াই তাই মাতিবলৈ আহে। মাজে মাজে চম্পা আহি থকা কাৰণে তাৰ ভালেই লাগে। তাই আহিলে দুই-এষাৰ কথা পাতে। যেনে— স্কুললৈ গৈছিলিনে নাই? এল পি স্কুলৰ পিছত কিয় হাইস্কুলত নপঢ়িলি? ঘৰত গৰু কিমান আছে? তাই কেবল সোধা কথাবোৰৰ উত্তৰ দি যায়। এনেকৈয়ে তাইৰ লাহে লাহে ভয় নলগা হ'ল আৰু কাশ্যপক মালিক যেনো নলগা হ'ল। অলপ দিন যোৱাৰ পিছত বাপেকে বাংলোৰ ফুলনিত কাম কৰি থকা সময়খিনিতে তায়ো আহি হৰিহৰৰ হাতত গাখীৰ দি থৈ যায়। বাপেকে পেটে পেটে ভালেই পায়। কাৰণ গাখীৰখিনি লৈ বাপেকেই আহিব লাগিলহেঁতেন। তাতে ডাঙৰ মালিকে বন্দবস্ত কৰি

থৈ গৈছে। সেয়ে সৰু মালিকে ঠিক মতে খাবলৈ নাপালে বৰ বেয়া কথা হ'ব। চম্পাক হৰিহৰে বৰ মৰম কৰে। মালীৰ জীয়েক মানে তাৰ জীয়েক। সেয়ে তাৰ চম্পালৈ বৰ হেঁপাহ। আবেলি সময়ত কিবা ভাল বস্তু ৰান্ধিলে সি তাইকো খাবলৈ দিয়ে। কাশ্যপেও কিন্তু কথাটো পেটে পেটে বেয়া নাপায়। কিয় জানো তাৰ চম্পা থকা সময়খিনি বৰ ভাল লাগে। লাহে লাহে চম্পাৰ প্ৰতি তাৰ এটা বেলেগ আকৰ্ষণ হৈ আহিছে। যিটো তাৰ মনৰ মাজত ধৰি ৰখাটো টান হৈ পৰিছে। চম্পা যেন তাৰ অকলশৰীয়া জীৱনৰ এটি লগৰী। তাই যেন তাৰ জীৱনলৈ অহা এটি পূৰ্ণিমাৰ জোন। তাই অহাৰ লগে লগে তাৰ গা-মন আনন্দতে জিকাৰ খাই উঠে। বিষ্ণুৰো আগলৈ পিছলৈ বুলিবলৈ এজনীয়েই ছোৱালী। সেয়ে তাইক কোনোবাই মৰম কৰিলে বিষ্ণুৰ বৰ ভাল লাগে। তাতে তাইৰ মাক বেমাৰী। মাকৰ মৰম বুলিবলৈ তাই অকণো পোৱা নাই। মাজে মাজে কথাটো ভাবি বিষ্ণুৰ বৰ দুখ লাগে। তাই গৰুবোৰ নোচোৱা হ'লে বাপেকৰ পানীত হাঁহ নচৰা অৱস্থা হ'লহেঁতেন। গৰুবোৰ চোৱা-চিতা কৰাৰ উপৰি তায়ে গাখীৰ খীৰাই মানুহৰ ঘৰে ঘৰে দি আহেগৈ। তাই বেমাৰত পৰাকেইদিন বাপেকৰ বৰ কষ্ট হ'ল। যিটো বিষ্ণুৱে পাহৰিব নোৱাৰে। বিষ্ণুৰ কাৰণে তাই বৰ লক্ষ্মী। ভগৱানে যেন চাই-চিতিহে তাৰ দুখ দেখি লক্ষ্মী সন্তানটি তাৰ ঘৰলৈ পঠিয়াইছে।

পিছদিনা বাংলোলৈ টেলিগ্ৰাম এখন আহিল। টেলিগ্ৰামখন পঢ়ি কাশ্যপে ৰান্ধনি হৰিহৰক মাতিলে। কাশ্যপৰ হাতত টেলিগ্ৰামখন দেখি হৰিহৰ অলপ আচৰিত হ'ল— তাৰ ঘৰত নিশ্চয় কিবা বিপদ হৈছে। হৰিহৰক দেখি কাশ্যপে ক'লে—

'ভয় নাখাবা, তোমাৰ দেউতাৰাৰ অলপ অসুখ হৈছে। সেয়ে তোমাক ঘৰলৈ মাতি পঠিয়াইছে। তোমাৰ ঘৰত পিছে কোন কোন আছে?'

'মালিক, ভাই এটা আছে আৰু ভনী এজনী আছে। দুয়োটা সৰু।'

'তুমি বিয়া পতা নাই নেকি?'

'পাতিছিলো মালিক। কিন্তু কি কথা নাজানো, বিয়াৰ দহ দিনমানৰ পিছতে মোৰ পৰিবাৰে মাক-বাপেকৰ ঘৰলৈ গৈ আৰু আহিব নিবিচাৰিলে।'

তুমি পিছে আনিবলৈ গৈছিলানে নাই?'

'গৈছিলো। কিন্তু এমাহমান পিছতে তাই গাঁৱৰে ল'ৰা এটালৈ পলাই গ'ল। তাৰ পিছত আৰু মই বিয়া-বাৰু নকৰাওঁ বুলি শপত খালো। বিয়া কৰাবলৈ মোৰ আৰু ইচ্ছাও নাই। এনেয়ে দুখীয়া মানুহ, সেয়ে পইচা-পাতি অলপ গোটাই ভনীজনীকে বিয়া দিম বুলি ভাবিছো। ঘৰতো ভাওৰ বুলিবলৈ কোনো নাই মালিক। পিছে মই গুচি

গ'লে এইকেইদিন ভাত-পানী কোনে ৰান্ধিব।'

'হ'ব হ'ব, মোৰ অসুবিধালৈ চাই তুমি চিন্তা কৰিছা। একো অসুবিধা নহয়, ভাত ৰামলালেই ৰান্ধি দিব। কোনো নাথাকিলে ভাত ৰামলালেই ৰান্ধে।'

'মালিক, মই দেউতাক চিকিৎসা কৰি অলপ ভালপোৱা যেন দেখিলেই গুচি আহিম।'

'হ'ব বাৰু; যিমান পাৰা সোনকালে আহিবলৈ চাবা। পুৱাৰ চাহ-তাহৰ সকলো যো-জা কৰি হৰিহৰ প্ৰায় ৭মান বজাত ঘৰ অভিমুখে ওলাল। হৰিহৰে ৰাতিয়েই ৰামলালক কৈ যোৱাত ৰামলালে ৰান্ধনি ঘৰৰ সকলো দায়িত্ব ল'লেহি। কাশ্যপে হৰিহৰৰ হাতত ৬০০ টকা দিলে। হৰিহৰে সেই ৬০০ টকাকে সাৰথি কৰি ঘৰ অভিমুখে ৰাওনা হ'ল। পিছবেলা চম্পাই গাখীৰ দিবলৈ আহি— 'হৰিহৰ দাদা, হৰিহৰ দাদা' বুলি মাতি থাকোঁতে কোনো উত্তৰ নহাত, তাই সোমাই গৈ দেখে ৰামলালে লুচি বনাই আছে। এনেতে চম্পাই ৰামলালক সুধিলে—

'হৰিহৰ দাদা নাই নেকি?'

'নাই অ' চম্পা। তাৰ দেউতাকৰ অসুখ। সেয়ে সি ঘৰলৈ গ'ল। গতিকে ময়ে ৰন্ধা-বঢ়াত লাগিছো। মালিকে বোলে ঘুগ্‌নি খায়। মই বা ৰান্ধিলে সোৱাদ পায়নে নাপায়।'

চম্পাই ক'লে— 'ময়ে ৰান্ধো। মচলা-চচলা কি ক'ত আছে উলিয়াই দিয়া।'

সেইমতে ৰামলালে সকলো মচলা উলিয়াই দিলে। চম্পাই ঘুগ্‌নি ৰান্ধিলে। শেষত নেমুটেঙা এটা বিচাৰিলে। সেইটোও ৰামলালে পিছফালৰ টেঙা জোপাৰ পৰা ছিঙি আনি এটুকুৰাৰ ৰস উলিয়াই দিলে। তাৰে নেমুৰস অলপ তাই ঘুগ্‌নিত দি দিলে। ঘুগ্‌নিৰ গোন্ধে গোটেইখন আমোল-মোলাই গ'ল। সেই সময়তে ভিতৰৰ পৰা কাশ্যপে চিঞৰিলে—

'ৰামলাল কি ৰান্ধিছা? সোনকালে আনা মোৰ দেৰি হৈছে। মই খায়ে টাউনলৈ যাওঁ।'

সেয়ে খৰধৰকৈ ৰামলালে গৰম লুচি আৰু ঘুগ্‌নি উলিয়াই দিলে। কাশ্যপে খাই বৰ সোৱাদ পাই ৰামলালক ক'লে—

'ৰামলাল ঘুগ্‌নি বৰ বঢ়িয়া ৰান্ধিছা, বৰ সোৱাদ হৈছে দেই।'

'নাই মালিক, মই ৰন্ধা নাই, মালীৰ জীয়েক চম্পাইহে ৰান্ধিছে।'

'তাই ইমান ধুনীয়া ৰান্ধেনে! শুনা ৰামলাল হৰিহৰ নহাকেইদিন আবেলিৰ

কাৰণে বিষ্ণুৰ জীয়েকক ৰান্ধিবলৈ দিবাচোন। তাই হৰিহৰতকৈও ভাল ৰান্ধে।'

ৰামলালে গৈ বিষ্ণুক কথাটো ক'লে — 'হৰিহৰ নহালৈক আবেলিৰ সাঁজটো চম্পাক ৰান্ধিবলৈ কৈছে।'

বিষ্ণুৱে ক'লে— 'হ'ব মালিক, মানুহে জুতি-বিধিতো বিচাৰিবই। হৰিহৰ নহালৈকে বাৰু তায়ে ৰান্ধি থৈ যাব। তাই গাখীৰ দিবলৈ আহোঁতেই অলপ বৈ কেনে ৰান্ধি-বাঢ়ি গুচি যাবগৈ পাৰিব। মই বাৰু চম্পাক কথাটো ক'ম।'

বিষ্ণুৱে গৈয়ে জীয়েকক সুধিলে—

'তই কালিৰ পৰা বাংলোত গাখীৰ দিবলৈ যাওঁতে আবেলিৰ সাঁজটো ৰান্ধি আহিব লাগিব। পাৰিবিনে নোৱাৰিবি মা?'

'পাৰিম, কিয় নোৱাৰিম বাবা। ৰান্ধি-বাঢ়িতো মই ভালেই পাওঁ। তাতে বাংলোত চব যোগাৰ থাকে। যেতিয়া যি মন যায় তাকে মনৰ পচন্দ মতে ৰান্ধিব পাৰিম। আমাৰ ঘৰতহে কিবা এটা বস্তু ৰান্ধিব খুজিলে ইটো বস্তু নাই, সিটো বস্তু নাই।' মুঠতে যিমান যি নহওক কথাষাৰ শুনি তাই ভালেই পালে।

তাতে কিয় জানো সৰু মালিকক তাইৰ বৰ ভাল লাগে। পিছদিনাৰ পৰা তাই গাখীৰ দিবলৈ গৈ মালিকৰ কাৰণে আবেলিৰ সাঁজটো ৰান্ধি থৈ গধূলি সময়ত দেউতাকৰ লগত গুচি আহে। এনেকৈয়ে কেইদিনমান যোৱাৰ পিছত গাখীৰখিনি আনি ৰামলালৰ হাতত নিদি নিজেই গৰম কৰি মালিকক এগিলাচ দি থৈ আহে। তাই আবেলি অহাৰ পৰা কাশ্যপৰো বৰ ভাল লগা হ'ল। কিন্তু কেইদিনমান যোৱাৰ পিছতে কাশ্যপৰ বৰ জ্বৰ হ'ল। জ্বৰ হোৱা দেখি ৰামলাল আৰু বিষ্ণুৱে ৰাতিও টোপনি ক্ষতি কৰিব লগা হ'ল। যিকি নহওক, মালিক। তাতে ডাঙৰ মালিকে বাৰে বাৰে সিহঁতক কৈ থৈ গৈছে সৰু মালিকক চাবলৈ। মালিক হিচাপে ডাঙৰ মালিক বৰ ভাল মানুহ। তেওঁ সিহঁতক বহুত দি থৈছে, বহু সহায় কৰি থৈছে। সেয়ে তেওঁক সিহঁতে কাহানিও পাহৰিব নোৱাৰে। তাতে মালিকক শুশ্ৰূষা কৰা সিহঁতৰ ধৰ্ম। সেয়ে দিনে-ৰাতিয়ে টোপনি ক্ষতি কৰি হ'লেও সিহঁতে মালিকক শুশ্ৰূষা কৰিলে। আবেলি সময়ত চম্পাই আহি পানী গৰম কৰি হাত-ভৰি ধুবৰ কাৰণে উলিয়াই দিয়ে আৰু ৰামলালে হাত-ভৰি ধুৱাই দিয়ে। ৰামলালে মাজে মাজে সোধে—

'সৰু মালিক, ডাঙৰ মালিকক বাৰু খবৰ দিম নেকি?'

ৰামলালৰ কথাষাৰত কাশ্যপে কয়—

'এইটো বতৰৰ জ্বৰহে, আন জ্বৰ নহয় নহয়। তোমালোকে বেছি চিন্তা কৰিছা।

কেইদিনমান পিছতে ভাল হৈ যাব। ইমান সাধাৰণ বতৰৰ জ্বৰ এটাতে দেউতাক খবৰ দিলে দেউতাই ভয় খাই মোৰ ওচৰলৈ ঢাপলি মেলিব, লগতে মাও ঢাপলি মেলিব। পিছত দেখিবা ডাঙৰ মালিকহে বোমাৰত পৰিল। তোমালোকৰ আচলতে অন্য চিন্তা নহয়, মোক চোৱা-চিতাৰ ভাৰ দেউতাই দি থৈ গৈছেতো, সেই কাৰণে তোমালোকে মহা চিন্তাত পৰিছা।' অলপ সময় ৰৈ কাশ্যপে পুনৰ ক'লে— 'ৰামলাল, হৰিহৰ দেখোন নহাই হ'ল।'

'হয় মালিক, তাৰ দেউতাকৰ কিজানি অসুখ ভাল হোৱাই নাই।'

ৰামলালে কওঁ নকওঁকৈ ক'লে— 'মালিক পাচলিও শেষ হৈছে। আপোনাৰ অসুখ দেখি কবলৈও বেয়া লাগিছে। সেই কাৰণে মই কথাটো কব পৰা নাছিলো।'

'কি হ'বনো ক'লে? ৱাল বেগৰ পৰা সেই মানিবেগটো দিয়াচোন। পইচা উলিয়াই দিওঁ- কি কি লাগে লৈ আহাগৈ। এয়া ৫০০ টকা লোৱা, যি যি লাগে লৈ আহিবা। মুৰ্গীও এটা আনিবা। চাবা বেছি ডাঙৰ নহয় যাতে। মোক ৰাতিলৈ জালুক-চালুক দি ৰান্ধি দিবা।'

পইচা লৈ ৰামলাল বজাৰলৈ যাবলৈ ওলাইছেহে মাত্ৰ, এনেতে চম্পা আহিল। চম্পাক দেখি ৰামলালে কৈ গ'ল— 'মালিকক পানী-চানি লাগিলে দিবি। মই অলপ বজাৰৰ পৰা আহোঁগৈ।'

ৰামলাল গৈছেহে মাত্ৰ, এনেতে কাশ্যপে চিঞৰিবলৈ ধৰিলে— 'ৰামলাল ৰামলাল।'

সৰু মালিকৰ চিঞৰ শুনি চম্পা দৌৰি গ'ল। চম্পাই গৈ সুধিলে— 'মালিক কি হ'ল?'

'মোৰ বৰ ঠাণ্ডা লাগিছে। মোৰ গাত আৰু কাপোৰ দি দে। খাবলৈ গৰম পানী এটোপাও দে।'

চম্পাই খাবলৈ পানী আনিলে আৰু ভৰি-হাত ধুবলৈও চৰিয়া এটাত নিমখ দি গৰম পানী অলপ আনিলে। বিষ্ণুৱে আহি ভৰি ধুৱাই দি কাপোৰ এখনেৰে মচি মিঠাতেলৰ বটলটোৰ পৰা অলপ মিঠাতেল লৈ ভৰিত মোহাৰি দিলে। টেবুলৰ ওপৰত থকা লেপখন চম্পাই কাশ্যপৰ গাত দি দিলে। বেছি হোৱা দেখি চম্পাক সৰু মালিকক অলপ চাবলৈ কৈ বিষ্ণুৱে বাগানত থকা ডাক্তৰ ইৰচাদক মাতিবলৈ গ'ল। ডাক্তৰ আহি ইটো-সিটো নিৰীক্ষণ কৰি টেবলেট কেইটামান দিলে। ডাক্তৰে বিষ্ণুক ক'লে— 'ভয় কৰাৰ কোনো কাৰণ নাই। এইটো বতৰৰ জ্বৰ। এই টেবলেটকেইটা খালেই মালিকৰ

জ্বৰ ভাল হৈ যাব।' কাশ্যপে ডাক্তৰক বহিবলৈ ক'লে। চম্পাই চাহ কৰি আনি ডাক্তৰক দিলে। তেওঁ আকৌ ডাক্তৰক সুধিলে—

'ডাক্তৰ জ্বৰটো বতৰৰ জ্বৰনে?'

'হয়, ইমান একো ভয় কৰিবলগীয়া নাই। আজিৰ পৰা ঔষধ খালে কাইলৈ ভাল পাই যাব। এই জ্বৰটো এইটো অঞ্চলত বহু মানুহৰ হৈছে।' এইবুলি কৈ ডাক্তৰে কাশ্যপক ক'লে— 'মই এতিয়া আহোঁ। চেম্বাৰত ৰুগী বহুৱাই আহিছোঁ।'

কাশ্যপে ক'লে— 'ডাক্তৰ, আপুনি মাজে মাজে ইয়ালৈ আহি থাকিবচোন। বাগানত মোৰ কোনো চিনাকিয়েই নাই। বাগানৰ মানুহে গীটাৰখন দেখিলে কয়— ইয়াৰ ডাক্তৰ বাবুৱেও গীটাৰ বজায়। সেয়ে আপুনি যেতিয়াই সুবিধা কৰিব পাৰে আহিবচোন। দুয়ো একেলগে গীটাৰ বজাম।'

'হ'ব বাৰু। আমাৰ ডাক্তৰ মানুহৰ সময়েই নাথাকে নহয়। সময় উলিয়াব পাৰিলে বাৰু আহিম।' —এইবুলি কৈ ডাক্তৰ ইৰচাদ খৰধৰকৈ গুচি গ'ল। সেই সময়তে চম্পাই পানী লৈ আহিল—

'মালিক, টেবলেট খাই লওক।'

কাশ্যপে ওচৰতে থকা প্ৰেছক্ৰিপচনখন লৈ কোনটো টেবলেট খাব লাগিব চাই লৈ ক'লে—

'এইখিনি থৈ দে। এতিয়া এইটো টেবলেট খালেই হ'ব।'

চম্পাই টেবলেটখিনি থৈয়ে বাহিৰত গেটৰ শব্দ শুনিলে।

'মালিক, মই যাওঁ ৰামলালদা আহিল।'

'যা, কাইলৈ আকৌ আহিবি।'

'হ'ব বাৰু, মালিক।'

চম্পাই যাওঁ বুলি মাত লগোৱা শুনিয়েই কিয় জানো তাৰ বৰ অকলশৰীয়া অকলশৰীয়া লাগিল। তাই যেন আৰু অলপ সময় থকা হ'লে ..। সি মনৰ পৰা চম্পাক আঁতৰাব বিচাৰিলেও দেখোন দিনে দিনে চম্পালৈ তাৰ আকৰ্ষণ, মৰম বাঢ়িহে গৈছে। সি যেন তাইৰ অন্তৰ জয় কৰিব নোৱাৰিলে পৃথিৱীত জীয়াই থকাই অৰ্থহীন হ'ব। তাইক সি কৈ দিব— তাই যেন তাৰ অন্তৰৰ এটুকুৰা অগ্নিপিণ্ড। যি জুয়ে তাক দেই-পুৰি মাৰিছে। সেই জুই নুমুৱাবলৈ মাত্ৰ এটাই শব্দ তাইৰ আগত কব লাগে- 'তোক মই ভাল পাওঁ।' কিন্তু সি কয় কেনেকৈ? কোৱাৰ লগে লগে যদি তাই আহিবলৈ এৰি

দিয়ে! সেই শব্দ সি কি হিচাপে তাইৰ আগত প্ৰকাশ কৰিব? তাই জানো পঢ়িব পাৰে? তাই এল পি স্কুললৈ পঢ়িছো বুলি কৈছিল যদিও তাৰ অলপো বিশ্বাস নহয়। কাৰণ তাই লাজতে কৈছিল কিজানি পঢ়িছিলো বুলি। তাইক যেনিবা লিখি দিলো— তাই যদি একো বুজি নাপাই সকলোকে দেখুৱাই ফুৰে বা তাই যদি তাৰ ভালপাওঁ শব্দক ঘৃণা কৰে! নাইবা যদি তাই ভাবে— মালিক দেখিহে ইমানখিনি কৰি দিছো। মালিক ইমান নীচ বুলি জনা হ'লে ইয়ালৈ নাহিলোৱেইহেঁতেন বুলি। নভবা নিচিন্তা কিছুমান বাৰে-বিস্কৰা চিন্তাই কাশ্যপৰ মন বেয়াকৈ আগুৰি ধৰিলে। নিজৰ ঘৰ, দেউতাক, নামজ্বলা পৰিয়াল এইবোৰৰ বিষয়ে এবাৰলৈ ভাবিবলৈ তাৰ এতিয়া সুমতি নাই। কেনেবাকৈ মনলৈ আহিলেও সেইবোৰ কথা মনৰ এটা কোণত থেকেচি থৈ কেৱল মালীৰ জীয়েক চম্পাৰ ছবিহে তাৰ চকুৰ আগত প্ৰতিফলিত হ'বলৈ ধৰিলে। এতিয়া আৰু তাৰ নামজ্বলা বৰুৱা পৰিয়ালৰ বিষয়ে চিন্তা কৰিবলৈ দৰকাৰ নাই। যিয়ে যি কয় কৈ থাকক, য'তে যি হয় হৈ থাকক, তাৰ এতিয়া বংশমৰ্যাদা, দাদাক, মাক কাৰো কথা ভাবিবলৈ মগজুৰ চালিকাশক্তি ৰুদ্ধ। তাৰ মগজুত এতিযা এটা কথাই ঠাই পাইছে —সেইটো হৈছে মালীৰ জীয়েক চম্পা। এতিয়া সি মালিক আৰু শ্ৰমিকৰ মাজত ব্যৱধান বেয়া পায়। কাশ্যপে এইবোৰ চিন্তা কৰি থাকোঁতেই ৰামলালে ক'লে—

'মালিক, চাহ অলপ আনিছো খাই লওক।'

কাশ্যপ উচপ খাই উঠিল।

'অ' ৰামলাল মুৰ্গী আনিছানে?'

'হয় মালিক, আনিছো। মই ভাত ৰান্ধোগৈ।'

'অ' যোৱা।'

ইফালে আকৌ চম্পাই গোটেই বাটটো চিন্তা কৰি গৈছে— আমাৰ মালিক ইমান ভাল মানুহ। মানুহক ইমান মৰম কৰে। তাই যেন অনবৰত মালিকৰ শুশ্ৰূষাকে কৰি থাকিব। তাই মাজে মাজে ভাবে— মালিকক মই ইমান ভালপাওঁ। যদি সদায় মালিকৰ কাম-বনকে কৰি থাকিব পালোঁহেঁতেন। সদায় যদি মালিকৰ ওচৰতে থাকিলোহেঁতেন। তাই আকৌ ভাবিলে ছিঃ! এইবোৰ চিন্তা মোৰ মনলৈ কিয় আহিছে। ভগৱান মোক মাফ কৰি দিয়া। সেয়া আমাৰ মালিক। তেওঁৰ কাম আমি কৰিবই লাগিব। তেওঁ আমাক যি কয়, আমি শুনিবই লাগিব। ইমান বেয়া চিন্তাবোৰ কৰিলে মোৰ পাপ লাগিব। আজিৰ পৰা আৰু মালিকৰ তালৈ গ'লে সোনকালে গুচি আহিম। বেছি সময় নকৰো। নহ'লে মই পাগল হৈ যাম 'মালিক, মালিক' বুলি। মোক মালিকেতো বেয়া

পাবই, ৰামলালদা আৰু বাবায়ো বেয়া পাব। সেয়ে পিছদিনা আহি তৎক্ষণাৎ কাম-বন কৰি গুচি গ'ল। সেইদিনা কাশ্যপৰ বৰ বেয়া লাগিল। তেওঁৰ এনেকুৱা লাগিল যেন তাই কাশ্যপৰ কিবা দুৰ্বলতা গমহে পাইছে। যি কাৰণে তাই আহিয়েই ৰোৱা নাই। এনেদৰেই তাই আহে, গাখীৰ দিয়ে আৰু কাম-বন কৰি গুচি যায়। তাইৰ পৰিবৰ্তন দেখি কাশ্যপ আচৰিত হ'ল। কাশ্যপৰ পেটে পেটে ভয়ো লাগিল। কি কথা, মইতো একো কোৱা নাই। তাই মোৰ ব্যৱহাৰত কিবা খুঁত পাইছে নেকি? নানা চিন্তাই তাক আগুৰি ধৰিলে। এবাৰ সি ভাবিলে— কথাষাৰ তাইক সুধি দিয়াই ভাল হ'ব নেকি? ইফালে আকৌ তাৰ সুধিবলৈও বেয়া লাগিল। কাশ্যপে এইবোৰ চিন্তা কৰি থাকোঁতেই পিছফালৰ পৰা মাত এটা শুনিলে— 'মালিক!' কাশ্যপে চাই দেখে চম্পা। চম্পাই আকৌ ক'লে—

'মালিক, আপুনিতো অসুখ সম্পূৰ্ণৰূপে ভাল পাইছে। সেই কাৰণে মই কালিৰ পৰা নাহো। ইয়ালৈ আহোঁতে বাবায়েই গাখীৰখিনি লৈ আহিব।'

কাশ্যপে তাইৰ কথা শুনি আচৰিত হৈ গ'ল। সি ক'লে—

'তই এইবোৰ কি কৈছ? হৰিহৰ নহালৈকে আবেলিৰ সাঁজটো তই ৰান্ধি থৈ যোবাৰ কথা আছিল। আবেলি সময়ত ৰামলালৰ সময় নাই নহয়। ৰন্ধাৰ উপৰি কালিৰ পৰা তই ঘৰ-দুৱাৰ সাৰি-পুচি, বাচন-বৰ্তন চাফা কৰি যাবি। এই বিষয়ে মই বিষ্ণুৰ লগত আগতেই কথা পাতিলো। হৰিহৰ অহাৰ পিছতো তই এইকেইটা কাম কৰি থাকিবি। তোক মাহে ২০০ টকাকৈ বন্দবস্ত কৰি থৈছো। বিষ্ণু মান্তি হ'ল। তোক বিষ্ণুৱে মাহিলি ২০০ টকাকৈ বন্দবস্ত কৰা কথাটো কোৱা নাই নেকি?'

'ওহো, নাই কোৱা।'

পিছদিনা তাই বাপেকক সুধিলে যে সিহঁতৰ মালিকে তাইক ২০০ টকাকৈ দিব আৰু তাই হৰিহৰ অহাৰ পিছতো হেনো মালিকৰ বাংলোত কাম কৰি থাকিব লাগিব? বিষ্ণুৱে ক'লে—

'অ' তোক মই কবলৈ পাহৰিছিলো। মোক মালিকে কোৱা কেইবাদিনো হ'ল।' চম্পাই ক'লে—

'তইনো কেলেই ঠিক কৰিলি বাবা? আগতে মোক নুসুধিলি কেলেই? ঘৰতে ইমান কাম, আকৌ মালিকৰ তাতো কৰিব লাগিব।'

'মালিকে কৈছে যেতিয়া কেনেকৈনো না কৰো, মা তয়ে কচোন। মই ভাবিছো তোক ২০০ টকাকৈ দিব। তই কিজানি কথাটো শুনি ভালেই পাবি। মালিকৰ তাতনো

কি কাম। আবেলি সময়খিনিহে।' তাই দেখিলে তাইৰ কথাখিনিয়ে বাপেকক অলপ চিন্তাত পেলালে। সেয়ে তাই কৈ পেলালে— 'হ'ব বাবা, হ'ব। বাংলোত কাম কৰিম। তই চিন্তা কৰিব নালাগে।'

কাশ্যপে ফুলনিত বহি গেটৰ ফালে চাই আছিল। তাৰ চাই চাই আমনি লাগি গ'ল। ক'ত ইমান দেৰি, অহা নাই। নে তাই কাম এৰিলে! তাৰ ভয় লাগিল আৰু মনটোও বৰ বেয়া লাগিল। তাই নাহিলে কি হ'ব? সি দেখোন বাংলোটোত থকাই টান হ'ব। কাশ্যপে এইবোৰ ভাবি থাকোঁতেই গেটৰ শব্দ শুনিলে। লগে লগে গেটৰ ফালে চাই দেখিলে চম্পা আহিছে। এতিয়াহে তাৰ অলপ তত আহিল। নহ'লে তাই কাম এৰিল বুলিয়েই সি ভাবি লৈছিল। সেয়ে সি অন্তৰতে নাচি উঠা গোপন আনন্দকণত আত্মহাৰা হৈ চিঞৰিলে— 'চম্পা আহিলি?'

'হয় মালিক, আহিলো।'

'যা, কাম কৰগৈ।'

তাৰ গোপন আনন্দকণ এবাৰলৈও সি তাইৰ আগত প্ৰকাশ নকৰিলে। কাৰণ প্ৰকাশ কৰিলেই তাৰ বিপদ। সেয়ে সি সেইদিনা ধৈৰ্য ধৰি ফুলনিত বহি থাকিল। যাবৰ সময়ত চম্পাই মাত দি গ'ল—

'মালিক, গাখীৰ আৰু ৰুটী দি থৈ আহিছো, খাই লওক। মোৰ কাম শেষ হৈ গ'ল। মই যাওঁ।'

কাশ্যপ এবাৰো ভিতৰলৈ নহা দেখি তাইৰ খুব বেয়া লাগিল। আজি তাইৰ নিজকে কিবা দোষী দোষী লাগিল। তাই গৈ থাকোঁতে বাটে বাটে ভাবি গ'ল— মালিকে বাৰু তাই কাম এৰিম বুলি কোৱাত বেয়া পালে নেকি? আজি তাইৰ কিয় জানো মালিকক ওচৰতে পাবলৈ বৰ মন গৈছিল। কিন্তু তাই থকা সময়লৈকে মালিক বাংলোৰ ভিতৰলৈকে নাহিল। কেইদিনমান তাই অহাৰ লগে লগে কাশ্যপ ফুলনিত বহে আৰু তাই যোৱাৰ লগে লগে বাংলোৰ ভিতৰলৈ যায়। এনেকৈ আঁতৰি থাকি যেন বেয়াহে হ'ল। কাৰণ দুয়ো দুয়োৰে প্ৰতি থকা প্ৰেম যেন দিনক দিনে বাঢ়িহে গ'ল। তাইৰ এনেকুৱা লগা হ'ল— তাই কাম কৰোঁতে যেন মালিক বাংলোৰ ভিতৰতে থাকে। কাশ্যপৰো এনেকুৱা লাগিল যেন তাই কাম কৰি থাকোঁতে সি ফুলনিত বহি নাথাকি ভিতৰতে থাকিব।·

অলপ দিন যোৱাৰ পিছত কাশ্যপৰ ধৈৰ্য হেৰাই গ'ল। তাই যি ভাবে ভাবক, মুঠতে সি ফুলনিত বহি নাথাকি তাই কাম কৰা সময়খিনি বাংলোৰ ভিতৰতে থাকিব। সেইবোৰ ফালৰি কাটি থাকি একো লাভ নাই। এদিন নহয় এদিন তাৰ ভালপোৱা

তাইৰ আগত প্ৰকাশ পাবই। তাইৰো তাৰ প্ৰতি যে অন্তৰত প্ৰেমে ঠাই লৈছে, সেইটো তাইৰ কথাচকাণ্ডতেই লাহে লাহে প্ৰকাশ পাইছে। তাৰ এনেকুৱা লাগিল যেন তাইক ভালপোৱাৰ কথাটো যেন তাইৰ আগত প্ৰকাশ কৰিব নোৱাৰিলে তাৰ জীৱন জীৱন হৈয়ে নৰ'ব। পৃথিৱীত যেন তাৰ জন্ম পোৱাৰ কোনো সাৰ্থকেই নহ'ব। সেয়ে সি ঠিক কৰিলে— আজি যিয়েই নহওক, সি সকলো লাজ-মান কাটি কৰি অন্তৰত লৈ ফুৰা মৰমকণ তাইৰ আগত ব্যক্ত কৰিবই। সেয়ে নিজকে সন্থম কৰি চিঞৰিলে—

'চম্পা, এইফালে আহচোন।'

তাই দৌৰি আহি 'মালিক কি হ'ল' বুলি সোধাত কাশ্যপ চক খাই উঠিল।

'নাই, মানে আজি কি ৰান্ধিছ?'

'মালিক পায়স।'

'পায়স ৰান্ধিলি যে? খাবলৈ গাখীৰ হ'ব জানো?'

'মালিক, মই আজি গাখীৰ সৰহকৈ আনিছো।'

এনেকৈয়ে দুবাৰ-তিনিবাৰ অন্তৰৰল কোণত লুকাই থকা কথাবোৰ কবলৈ সাজু হৈও সি নোৱাৰিলে। কথাটো কবলৈ সাহস নোহোৱা পৰিস্থিতিটোৰ কথা তাৰ গোটেই নিশা মনলৈ আহি থাকিল। সি সেই কথাটো ভাবি ভাবি নিশাটো উজাগৰে কটালে। সি নিজকে নিজে ঘৃণা কৰিলে। সি যেন এটা কাপুৰুষ। পৃথিৱীত যেন এনেইহে মানুহ হৈ জীয়াই আছে। পিছদিনা বহু সাহস গোটাই চম্পা ওচৰলৈ আহোঁতে সি হাতখনত ধৰি ক'লে—

'চম্পা, তোক মই ভাল পাওঁ।'

চম্পাই উচপ খাই তাইৰ হাতখন টানি আনিলে। তাই ভয়তে কান্দিবলৈ ধৰিলে। কাশ্যপে মৰমৰে সুধিলে—

'কিয় কান্দিছ চম্পা। কিবা ভুল কৰিলো নেকি?'

তাই উচুপি উচুপি ক'লে— 'একো ভুল কৰা নাই।'

'কিবা ভুল হ'ল যদি বেয়া নাপাবি, মাফ কৰি দিবি। মোৰ উপায় নাই চম্পা। মোক ভুল নুবুজিবি।'

তাই লাজত সেইদিনা বাংলোৰ পৰা সোনকালে গ'ল। কাশ্যপৰো পিছত বৰ লাজ লাগিল। তায়ো অন্য দিনাৰ দৰে মালিক যাওঁ বুলি মাত নলগোৱাকৈ গুচি গ'ল। পিছদিনা আহিল যদিও তাই মালিকৰ ওচৰত সিমান সহজ হ'ব নোৱাৰিলে। যিমান যি

নহওক, কাশ্যাপ আৰু তাইৰ মাজত মালিক-শ্ৰমিকৰ ব্যৱধান। এনে অৱস্থাত তাই সহজ হয় কেনেকৈ? কিন্তু অলপ দিন যোৱাৰ পিছতে সিহঁত দুয়োটাৰ প্ৰেম দিনক দিনে বাঢ়ি গ'ল। মানুহ নথকাৰ সুযোগ লৈ দুয়োটাই মিলিবলৈ ধৰিলে। আবেলি বিষ্ণুক অফিচৰ ফুলনিত কাম কৰিবলৈ লগালে আৰু হৰিহৰ অহাৰ পিছত প্ৰায়ে আবেলি হৰিহৰক বজাৰলৈ পঠিয়াই দিয়ে। হৰিহৰ আগতো বজাৰলৈ যায়। সেয়ে সিহঁতৰ প্ৰেমৰ উমান কাৰো অৱগত নহ'ল। তাতে মালিক মানেই বিষ্ণুৰ কাৰণে দেৱতা। তাতে হৰিহৰ আহিও সদায় চম্পাক ৰান্ধনি ঘৰতে পায়। সেয়ে হৰিহৰে সিহঁতৰ বিষয়ে কিবা এটা ভবাটো তেনেই দূৰৈৰ কথা। এনেকৈয়ে দুয়োৰো প্ৰেমে চূড়ান্ত পাপলৈ গতি কৰিলে, কোনেও একো উমান নোপোৱাকৈ। মালিক হৈ কাশ্যপে ইমান নীচ কাম কৰিব পাৰিব বুলি সিহঁতে সপোনটো ভাবিব নোৱাৰে। কাৰণ সিহঁতে ডাঙৰ মালিকতকৈও সৰু মালিকক এতিয়া বেছি ভাল পায়।

কাশ্যপে বাগানৰ অফিচলৈ যাওঁ বুলি ওলাই গ'ল। তেতিয়া ১২টামান বাজিছে। সেই সময়তে অফিচৰ ফোনটো বাজিবলৈ ধৰিলে। ফোনটো উঠায়েই কাশ্যপে হেল্ল' হেল্ল' বুলি কোৱাত ইফালৰ পৰা দেউতাকৰ মাত আহিল—

'কাশ্যপ, ভালে আছনে?'

'হয় দেউতা, ভালেই আছো।'

'ফোনটোৱে অলপ ঘেৰ ঘেৰ শব্দ কৰি আছে। সেয়ে তোমাৰ মাতটোক ধৰিব পৰা নাছিলো।'

'বুজিছা দেউতা, মাজতে অলপ মোৰ জ্বৰ হৈ গ'ল। আমাৰ বাগানৰ ডাক্তৰ ইৰচাদ আহমেদক দেখুৱালো। তেওঁ বতৰৰ জ্বৰ বুলিয়েই ক'লে। তেওঁ টেবলেট কেইটামান দিলে। সেইকেইটা খোৱাৰ পিছতে যেনিবা গাটো ভাল পালো।'

বৰুৱাই ইফালৰ পৰা চিঞৰিলে— 'সম্পূৰ্ণৰূপে তই সুস্থ হলি নহয়?'

'হয় দেউতা। মই সম্পূৰ্ণ সুস্থ হ'লো। তই ফোন নকৰিলি কেলেই?'

'এহ্, অকণমান জ্বৰ হওঁতেই ফোন কৰিমনে?'

'নহয় কাশ্যপ, তই এনেয়ে ঘৰলৈ ফোন কৰিব লাগে নহয়। মাজে মাজে ফোন কৰিবি আকৌ। নহ'লে মাৰাই চিন্তা কৰি থাকে নহয়। তাতে মাত এষাৰ পালে মাৰেও মনতে অলপ ভাল পায়। অ' কাশ্যপ, পাহাৰৰ ওচৰৰ চাহপাত গছবোৰ উঠাইছনে? বেছি দেৰি কৰিলে বেয়া হ'ব।'

'হয় দেউতা উঠাইছে।'

'আৰু এটা কথা, নদীৰ ওচৰত খালী মাটি টুকুৰাত এইবাৰ চাহপুলি ৰুই দিবলৈ কব লাগিব। মই বাৰু ভগৱানে কৰিলে অহা সপ্তাহত বাগানলৈ যাম।'

দেউতাক অহা খবৰটো পাই কাশ্যপৰ বৰ আমনি লাগিল। সি ভাবি ভাবি অতিষ্ঠ হ'ল। সি কি কৰিব, কি নকৰিব একো পাৰ নোপোৱা হ'ল। যদি দেউতাকে তাৰ সকলো কথা গম পায়, তেতিয়া কি হ'ব বাৰু! দেউতাকে এইবোৰ কথা গম পালে তাক বাগানত থাকিবলৈ দিয়াটো অসম্ভৱ। লাগিলে দেউতাকে বাগানখনকে বেচি দিব। সি চিন্তা কৰি চালে যে চম্পাক অহা বন্ধ কৰিব লাগিব। কাৰণ তাইক দেখিলে দেউতাকৰ মনত কিবা সন্দেহ উপজিব পাৰে। আনহাতে, দেউতাক বাগানত থকাকেইদিন চম্পাক অহা বন্ধ কৰিলে বাগানৰ মানুহেও সন্দেহ কৰিব পাৰে। বহু চিন্তা-ভাবনা কৰি সি বুদ্ধি এটা পালে। সেইদিনা চম্পা অহাৰ লগে লগে সি চম্পাক ক'লে—

'চম্পা চা, দেউতা আহিলে তই ইয়ালৈ আহিব নোৱাৰ। কাৰণ তই ইয়ালৈ অহা বুলি গম পালে দেউতাই তোক কামৰ পৰা খেদি দিব আৰু মনত কিবা সন্দেহ সোমালে মোকো ইয়াৰ পৰা লৈ যাব। সেই কাৰণে তই দেউতা থকাকেইদিন ইয়ালৈ নাহিবি। তই সেই কাৰণে দুদিনমানৰ আগৰ পৰা বেমাৰৰ ভাও জুৰিবি। তেতিয়া বাগানৰ মানুহেও সন্দেহ কৰিবলৈ থল নাপাব। নহ'লে সকলোৱেই সন্দেহ কৰিব।'

সেই মতেই কাম হ'ল। তাই বাপেক বিষ্ণুক ক'লৈগৈ—

'মই এইকেইদিন কাম কৰিবলৈ নাযাওঁ। মোৰ গাটো বৰ বেমাৰী বেমাৰী লাগিছে। এসপ্তাহমান ঘৰতে থাকিম। বাবা তই সৰু মালিকক কৈ দিবি।'

বিষ্ণুৱে ক'লে— 'হ'ব কৈ দিম।'

কাশ্যপে বাপেক থকাকেইদিন তাইক আহিবলৈ বাধা দিয়াত তাইৰ মনটো বৰ বেয়া লাগিল। তাই আজি বাৰে বাৰে এটা কথাই উপলব্ধি কৰিছে— মালিক আৰু শ্ৰমিকৰ মাজৰ ব্যৱধান। ইমানদিনে যেন তাই অন্ধ হৈ আছিল। সৰু মালিকে বাপেক থকাকেইদিন যেতিয়া যাবলৈকে বাধা দিছে, তেনেহ'লে বাপেকহঁতে গম পাব বুলিতো তাইক সি বিয়া কৰাই ঘৈণীয়েকৰ স্বীকৃতি দিবলৈও কুণ্ঠাবোধ কৰিব। তাইতো সৰু মালিকৰ লগত বহু বেয়া কাম কৰিছে। সেইবোৰ বাগানৰ মানুহে গম পোৱা নাই বুলিহে। সেইবোৰ গম পালেতো গাঁৱৰ মানুহ আৰু বাগানৰ মানুহ আহি তাইক কাটি টুকুৰা-টুকুৰ কৰি পেলাব। তাই এইবোৰ চিন্তা কৰোঁতে কৰোঁতে সঁচাকৈয়ে দেহা ভাগি পৰিল। তাই ভাবিলে— একো উপায় নাপালে নদীতে জাপ দিম। আকৌ ভাবিলে নাই নমৰো। মালিকে তাইক বিয়া নাপাতিলে মালিককো শিক্ষা এপালি তাই দিবই লাগিব। আকৌ এবাৰ তাই ভাবিলে— তাইতো কম নহয়, কি দৰকাৰ পৰিছিল মালিকক তাই অন্তৰ

দিবলৈ। তায়ো আৰু খেলা কৰিবলৈ ঠাই নাপালে। অকলতো মালিকেই দায়ী নহয়, তায়োতো মালিকৰ লগতে সমানেই দোষী। তাই তাতকৈ বেছিহে জানিব লাগিছিল। তাতে তাই দুখীয়া মানুহৰ ছোৱালী। সেয়ে তাই এইবোৰ কৰোতে আগলৈ-পাছলৈ বহু চিন্তা কৰিব লাগিছিল। মালিক কিমান ধনী মানুহ, মালিকৰ কিবা এটা হ'লে মালিকক টকায়ে বচাব, মানুহেও বচাব। কিন্তু তাইক কোনে বচাব। তাইৰ লগতে বাপেককো মানুহে হাঁহিব। কি ছোৱালী তুলিছে বুলি। তাইৰ চকুৰ আগত কেৱল অন্ধকাৰেই অন্ধকাৰ। তাই এতিয়া বুজিছে কেইদিনমানৰ আনন্দ আৰু ভুলৰ কাৰণে তাই গোটেই জীৱনটো জীয়াতু ভুগিব লাগিব।

কেইদিনমানৰ পিছতে উমা বৰুৱা আহি পালে। দেউতাক অহাৰ আগতেই কাশ্যপে গোটেই বাংলোটো বিষ্ণু আৰু ৰামলালৰ হতুৱাই ধুনীয়াকৈ সজালে। উমা বৰুৱা সোমায়েই ফুলনিখন দেখি চিঞৰি উঠিল—

'বাহঃ বিষ্ণু ফুলনিখন বেচ ধুনীয়া কৰিলা।'

কাশ্যপে ক'লে— 'দেউতা, এয়া বিষ্ণুৰেই পাৰ্গতালি নহয়। মই ডিজাইনবোৰ দেখুৱাই দিছো।'

বিষ্ণুৱে হাঁহি মাৰি ক'লে— 'হয় মালিক, সৰু মালিকে দেখুৱাই দিয়া ৰকমে মই ফুলনিখন সজাই গৈছো।'

বাংলোৰ ভিতৰলৈ সোমায়েই উমা বৰুৱাই ক'লে— 'বাংলোৰ ভিতৰখনো বৰ ধুনীয়াকৈ সজাইছা।'

কাশ্যপে তেতিয়া ক'লে— 'বাংলোৰ ভিতৰখন অৱশ্যে বিষ্ণু আৰু ৰামলাল ইহঁত দুয়োটাই সজাইছে।'

ড্ৰইং ৰুমৰ ছোফাত উমা বৰুৱা আৰু আনটো ফালে কাশ্যপ বহিল। হৰিহৰে দুগিলাচ চৰ্বত আনি দুয়ো মালিককে দি ভিতৰলৈ গুচি গ'ল। চৰ্বত গিলাচ খাই উঠিয়েই উমা বৰুৱাই ক'লে—

'বাগানৰ কাম-কাজ ঠিক মতে চলি আছে নহয় কাশ্যপ?'

'অ' দেউতা। বাগানত বহু বনুৱাই কাম কৰি আছে। চাহ গছৰ পাত প্ৰায় উঠালেই। এতিয়া বাগানখন চাফা কৰি আছে। নহ'লে গছৰ তলবোৰ বৰ লেতেৰা হৈ গৈছে।'

'কাশ্যপ, কালি তোলৈ সনাতনে জীপখন লৈ আনিব।'

'দেউতা, সনাতন নতুন ড্ৰাইভাৰ নেকি?'

'নহয়, সি আগতে আমাৰ তাত গাড়ী চলাইছিল। বাগানলৈও কেইবাবাৰো

আহিছে। সেয়ে একো অসুবিধা নহয় দেখি তাকেই জীপখন লৈ আহিবলৈ কৈছো। কাশ্যপ, মই দুদিনমানহে থাকিম। কাৰণ দেওবাৰে কলিকতালৈ যাব লাগিব ৰূপ খুড়াৰ তালৈ আৰু লগতে চাহপাতৰ মাৰ্কেটিঙৰ কামো অলপ আছে।'

'তোমাৰ লগত মাও যাব নেকি?'

'যাব। আমাৰ লগত তয়ো যাব পাৰ।'

'নাই দেউতা নাযাওঁ। মই গ'লে ইয়াত কাম-বন কোনে চাব। তাতে কলিকতালৈ কেইবাবাৰো গৈছো নহয়। সেই কাৰণে ইমান ইচ্ছাও নাই।'

পিছদিনা সনাতনে জীপখন আনি বাংলোৰ সন্মুখত ৰখালে। জীপখন ৰখায়েই সনাতন নামিল। উমা বৰুৱাই সনাতনক ক'লে—

'সনাতন, পালাহি।'

'হয় মালিক, পালোহি। আৰু সোনকালে পালোহেঁতেন, বাটতে এটা এক্সিডেন্ট হ'ল। সেইটোৰ কাৰণে আটাইবোৰ গাড়ী পুলিচে ৰখাই দিলে। তাতে আমাৰ বহু দেৰি হ'ল।'

বৰুৱাই পুতেকক ক'লে— 'তই সনাতনক ৰাখিবি নেকি?'

'নাই দেউতা, নালাগে। আচলতে ইয়াত গাড়ীয়েই নালাগে। বজাৰ-সমাৰ হৰিহৰ, বিষ্ণু, ৰামলাল ইহঁতৰ কোনোবা এজনে কৰিয়েই আনে। এনেয়ে মানুহবোৰ ইয়াত ভৰাই থ'ব নালাগে। জীপখন কাচিৎহে দৰকাৰ হ'ব, তেতিয়া ময়ে চলাই নিব পাৰিম।'

সেই সময়তে ভিতৰৰ পৰা হৰিহৰে আহি মাত লগালে— 'ভাত দিছো মালিক।' ৰান্ধনি হৰিহৰক দেখি উমা বৰুৱাই সুধিলে— 'তোমাৰ দেউতাৰাৰ বোলে অসুখ হৈছিল? এতিয়া ভাল পাইছে নহয়?'

'হয় মালিক, ভাল পালে। এতিয়া অসুখ নাই, কেৱল দুৰ্বলহে।'

'অ' হয় নেকি? বেমাৰ ভাল হ'ল যেতিয়া অলপ ভিটামিন জাতীয় বস্তু খালেই ভাল পাব।'

দুয়ো গৈ ভাতৰ টেবুলত বহিলগৈ। ভাত-পানী খাই উমা বৰুৱা আৰু কাশ্যপ বাংলোৰ আগৰ বাৰাণ্ডাত বহিলগৈ। অলপ বহিয়েই বৰুৱাই ক'লে— 'তই বহ, মই অলপ জিৰাই লওঁগৈ।'

'হ'ব দেউতা, যোৱা।'

কাশ্যপে বাৰাণ্ডাত বহি বহি চম্পাৰ কথা ভাবি থাকিল। সি এতিয়া নিজকে ধিক্কাৰ দিছে কি কাম কৰিলে বুলি। মালিক আৰু শ্ৰমিকৰ মাজৰ বুজাপৰা, ব্যৱধান সকলো নাইকিয়া কৰিলে। দেউতাকহঁতেতো সন্মানেৰে পৰা বাগান চলাইছিল। কিন্তু তেওঁলোকৰ কেনেকুৱা গাম্ভীৰ্য। তেওঁলোকক বাগানৰ মানুহে দেৱতা যেন দেখে। তেওঁলোকৰ প্ৰতিটো কথা বাগানৰ মানুহে আখৰে আখৰে পালন কৰে। তেওঁলোকে শ্ৰমিকক উঠ্ বুলি ক'লে উঠে, বহবুলি ক'লে বহে। মোক জানো বাগানৰ মানুহে তেনেকুৱা সন্মান কৰিব। নাই মোক সিহঁতে ঘৃণা কৰিব। কথাটো গম পালে সিহঁতে আন্দোলনো কৰিব। ছিঃ ইমান নীচ কাম এটাত কেনেকৈ আগবাঢ়িলো। তাৰ পৰিয়ালৰ মানুহে গম পালেতো তাক কম ঘৃণা কৰিবনে? নে দেউতাকক কৈ সি বাগানৰ কাম এৰি যোৱাটো শ্ৰেয় হ'ব? কাম এৰি গ'লেও পিছে বেছিহে দিগদাৰী হ'ব। ইয়াত থাকি থাকিয়েই বুদ্ধি সাজিব লাগিব। অন্য নহয়, মই বিষ্ণুক পইচা-পাতি দি হাত কৰিব পাৰিলেই কোনেও এই কথাৰ উৱাদিহ নাপাব। এইবোৰ কথা চিন্তা কৰি কৰি চম্পালৈ থকা মৰম ক্ষন্তেকতে তাৰ তিলমানো নাইকিয়া হৈ গ'ল। দেউতাকৰ চেহেৰাটো দেখাৰ লগে লগে সি চম্পাক মনৰ মাজতে এডাল বিষাক্ত সাপ যেনহে দেখিলে। যিডাল সাপে ক্ষন্তেকতে বিষ ঢালি তাৰ মান-সন্মান বংশ-মৰ্যাদা সকলো বিলীন কৰি দিব। সি ভাবি ভাবি পাৰ নোপোৱা হ'ল। এনেতে আকাশৰ ওপৰেদি উৰি যোৱা বগলীজাক আজি আৰু তাৰ চাবলৈ মন নোযোৱা হ'ল। বাগানৰ গছৰ আঁৰে আঁৰে ডুব যোৱা বেলিটোলৈ চাবলৈ আৰু ইচ্ছা নাই। প্ৰকৃতিয়ে যেন তাৰ অন্তৰত এতিয়া ঠাই নাপায়। এতিয়া তাৰ এটাই চিন্তা, তাৰ অন্তৰত খোপনি পোতা বিষাক্ত সাপডাল সি কেনেকৈ অন্তৰৰ পৰা আৰু জীৱনৰ পৰা মুক্ত কৰিব। তাক প্ৰকৃতিয়ে ঠগিলে; সেই প্ৰকৃতিৰ ওপৰত সি আৰু কেতিয়াও পতিয়ন নাযায়। এইবোৰ চিন্তা কৰি থাকোঁতেই হৰিহৰে আহি মাতিলে— 'মালিক চাহ দিছো।' সি চাহ খাই থাকোঁতেও একেটা চিন্তাই মগজুত বাৰে বাৰে খুন্দিয়াই থাকিল। ইমান ঠাণ্ডাকৈ থকা দেখি উমা বৰুৱাই সুধিলে—

'কাশ্যপ, কিবা চিন্তা কৰি আছ নেকি?'

'নাই দেউতা, অলপ মূৰটো বিষাইছে। সেই কাৰণেই কথা পতা নাই। তুমি কিবা কব খুজিছা দেউতা!'

'কাশ্যপ, মই ইয়ালৈ বহু দিন আহিব নোৱাৰিম। অহা মাহত বা তাৰ পিছৰ মাহত ৱাশ্বিংটনলৈও যোৱাৰ কথা চিন্তা কৰিছো। পৰীয়ে কেইবাবাৰো মাতি পঠিয়াইছে।'

'ভালেই কৰিছা, মায়ে-তুমিয়ে ফুৰি আহিব পাৰিবা। পৰী বাইদেৱেও বৰ ভাল পাব। পাছপোৰ্টৰ জোগাৰ কৰিলা নে নাই? পাছপোৰ্ট অফিচত দেখোন দিগন্ত মামা

আছেই। তেওঁ সকলো ঠিক-ঠাক কৰি দিব।'

এইবোৰ কথা পাতি পাতি দুয়ো টেবুলৰ পৰা উঠিল। কাশ্যপে ক'লে—

'দেউতা, জীপখন লৈ অলপ ফুৰি আহো' বুলি কৈ কাশ্যপে জীপখন লৈ ওলাই গ'ল। ঘূৰি আহোতে নিজৰ পচন্দৰ বস্তুবোৰ বজাৰ কৰি আনি হৰিহৰক ক'লে—

'চোৱা হৰিহৰ, পৰহি মুৰ্গী যিদৰে ৰান্ধিছিলা, তেনেকৈ ৰান্ধিবা। গাজৰ-বিলাহী এইবোৰৰ চালাদ-তালাদ যি কৰা তোমাৰ খুচি মতে কৰি যাবা।'

দেউতাকৰ ওচৰলৈ আহি কাশ্যপে সুধিলে— 'দেউতা কি কৰিছা?'

'ফুলনিৰ মাজৰ সৌ লাইটটো চাই আছো। ৰব ধুনীয়া লাইট। গোটেই ফুলনিখন জিলিকাই ৰাখে। ফুলনিত থকা চকীকেইখনৰ ৰঙবোৰো বৰ ভাল লাগিছে। কাশ্যপ, কাইলৈ মই যামগৈ বুজিছ। যিমান পাৰো সোনকালে গ'লে ভাল হ'ব। কাৰণ মাৰেও চিন্তা কৰি থাকিব। তাতে কলিকতালৈ যোৱাৰ প্ৰগ্ৰেমটোও কৰি থৈছো নহয়।'

পিছদিনা পুৱা উমা বৰুৱা যাবলৈ সাজু হ'ল। কাশ্যপে দেউতাকক আগবঢ়াই থোৱাৰ উদ্দেশ্যে নিজৰ গাড়ীখন উলিয়াই ল'লে। উমা বৰুৱাই গাড়ীত উঠিবৰ সময়ত হৰিহৰ আৰু ৰামলালক মাত লগালে— 'যাওঁ দেই। তোমালোকে ইয়াৰ খোৱা-বোৱা চাবা।'

'হ'ব মালিক, একো চিন্তাই নকৰিব। সৰু মালিকক আমি গাখীৰ-কণী, ভাত-পানী সময় মতে দিওঁ।'

'অ' আহিছো' বুলি কৈ উমা বৰুৱা গাড়ীত উঠিল। দেউতাকক কাশ্যপে টাউনলৈকে থৈ আহিলেগৈ। কাশ্যপে বাগানৰ কামত মন পুতি লগা দেখি উমা বৰুৱাৰ বৰ ভাল লাগিল। যিমান যি নহওঁক সৰুটো পুতেকে অন্ততঃ বাগান চলাব পাৰিব। বাগানবোৰ যেনিবা এতিয়া অথলে যোৱাৰ সম্ভাৱনা নাই।

কেইবাদিনো হ'ল চম্পা বাংলোলৈ অহা নাই। কাৰণ কাশ্যপে সাতদিনমানৰ পিছতহে তাইক কামলৈ আহিবলৈ কৈছিল। সৰু মালিকৰ সেইবোৰ কথাই তাইক হুলে বিন্ধা দি বিন্ধি থাকিল। সেই কাৰণে তাই উমা বৰুৱা যোৱাৰ কথাটো আনৰ মুখত শুনিও খঙতে বাংলোলৈ এবাৰো অহা নাই। কিয় জানো কাশ্যপক তাই এতিয়া ঘৃণা কৰে। তাইৰ মতে— কাশ্যপ এটা ভয়াতুৰ, স্বাৰ্থপৰ আৰু নীচ মনৰ মানুহ। কাশ্যপে চম্পা নহা দেখি আমনিও পালে। সেয়ে বিষুক সুধিলে—

'বিষ্ণু, চম্পা কামলৈ কিয় অহা নাই?'

'মালিক তাইৰ গাটো হেনো বৰ দুৰ্বল লাগিছে। সেয়ে তাই কেইদিনমান ঘৰতে খাই-বৈ আৰাম কৰিছে।'

'বাংলোতনো কিমান কাম, তাইক আহিবলৈ কবা। অলপ সময় আহিলে এনেয়ে বেমাৰ ভাল হৈ যাব।'

সেই মতে বিষ্ণুৱে গৈ জীয়েকক ক'লেগৈ— 'মালিকে তাইক কামলৈ মাতি পঠিয়াইছে।' কথাটো শুনি তাইৰ পেটে পেটে বৰ খং উঠিল। কিন্তু তাইৰ খং বাপেকৰ আগত নেদেখুৱালে। তাই মাত্ৰ বাপেকক ক'লে—

'বাবা কালি নাযাওঁ আৰু তিনদিন পিছত যাম। আমি সৰু মানুহে কি গোটেইদিন কামেই কৰি থাকিব লাগিব নেকি?'

'তই কিয় তেনেকৈ কৈছ? মালিকে মোক ইমান জোৰ কৰা নাই নহয়। মালিক বৰ ভাল মানুহ।'

মুঠতে তাইৰ জিদ জিদেই। সাতদিন পূৰা হ'লেহে বাংলালৈ যাব। সেয়ে সাতদিনৰ দিনা তাই বাংলোলৈ গ'ল। বাংলোলৈ যোৱাৰ আগতে এটা কথা ঠিৰাং কৰি গ'ল— তাই আৰু কাশ্যপলৈ এবাৰো চকু তুলিও নাচায়। যি যি কাম আছে কৰিব আৰু চিধা ঘৰলৈ আহিব। কিন্তু বাংলো পোৱাৰ লগে লগে সকলো চিন্তা চুৰমাৰ হৈ গ'ল। কাশ্যপক দেখাৰ লগে লগে তাইৰ অহঙ্কাৰ, কাশ্যপৰ প্ৰতি থকা ঘৃণা সকলোবোৰ নিমিষতে নাইকিয়া হৈ গ'ল। তাৰ প্ৰতি থকা তাইৰ গভীৰ ভালপোৱাই সেইবোৰ চিন্তা নিমিষতে চুৰমাৰ কৰি পেলালে। তাইৰ সদায় তেনেকুৱাই হয়। তাই যিবোৰ ভাবি আছে, তাই কেতিয়াও সেইবোৰ কামত কৃতকাৰ্য হ'ব নোৱাৰে। তাই আচলতে মানসিকভাৱে আন মানুহতকৈও বহু বেছি দুৰ্বল। সেয়ে তাইৰ কেতিয়াবা নিজৰ ওপৰত খং উঠে। তাই কাশ্যপৰ প্ৰেমত ইমান অন্ধ যে কাশ্যপে কৰা ভুলো তাইৰ চকুৰ আগত সদায় শুদ্ধ। তথাপি দুয়োটাৰ মাজত আছে এটা ডাঙৰ ব্যৱধান শ্ৰমিক আৰু মালিকৰ। ধনী আৰু দুখীয়াৰ। সেই কাৰণেই কাশ্যপৰ ওচৰত তাই সদায় সৰু হৈ থাকিব লগা হয়। এনেকৈয়ে দিন বাগৰি গ'ল। সিহঁতৰ ভালপোৱাই একো নামানিলে। যিমানেই দিন বাঢ়ি আহিল, সিমানেই সিহঁতৰ প্ৰেমো গভীৰ হৈ আহিল। দিনক দিনে ইমান আগবাঢ়িছিল যদিও সিহঁতৰ চকু মুখত কোনেও ধৰা পেলাব নোৱাৰিলে। তাতে বাগানৰ মালিক বুলি কাশ্যপক সকলোৱে সন্মান কৰি চলে। কাশ্যপৰ ককাদেউতাক, ককাদেউতাকৰ পিছত দেউতাক, দেউতাকৰ পিছত কাশ্যপ। এনেকৈয়ে তিনিওজনলৈ ইজনৰ হাতৰ পৰা সিজনলৈ বাগান বাগৰি গৈছে। তথাপি তেওঁলোকক আজিলৈকে কোনেও

কোনো কথাত বেয়া বুলিব নোৱাৰে। আচলতে উপযুক্ত মালিকৰ গুণবোৰ তেওঁলোকৰ গাত বাগানৰ মানুহে পাইছিল। সেয়ে কাশ্যপক তিনি নম্বৰ মালিক হিচাপে বেছিহে উপযুক্ত বুলি বাগানৰ মানুহে ভাবে।

ইফালে, আকৌ চম্পাৰ মাকৰ অসুখ দিনে দিনে বাঢ়ি আহিলে। এই কেইদিন মাকক এৰি তাই বাংলোলৈও যাব নোৱাৰা হ'ল। সেয়ে বিষ্ণুৱে সৰু মালিকক জনাই দিলে যে চম্পাৰ মাকৰ বেমাৰ সেয়ে চম্পা এই কিইদিন কামলৈ যাব নোৱাৰে। কিন্তু দুদিন মান পিছতে চম্পাৰ মাকো ঢুকাল। চম্পাই কান্দি কান্দি পাৰ নোপোৱা হ'ল। মাকে একো কৰিব নোৱাৰিলেও মাক আছে বুলি তাইৰ এটা গৌৰৱ আছিল। এতিয়া আৰু তাই একেবাৰে অকলশৰীয়া, চিৰদিনৰ বাবে মাকক তাই হেৰুৱালে। গাঁৱৰ মানুহে আহি সকলো কাম-কাজ কৰিলে। কেইদিনমান পিছতে কাশ্যপেও খবৰ ল'বলৈ আহিল। কাশ্যপক দেখি বিষ্ণু কিবা হৈ গ'ল— ক'ত বহাব, কি কৰিব। চম্পাই কিন্তু একো গুৰুত্ব নিদিলে। চম্পাই লাহে লাহে উপলব্ধি কৰিবলৈ ধৰিলে— মালিক স্বাৰ্থপৰ মানুহ। সেয়ে তেনেকুৱা চাম মানুহক তাই আজিকালি সন্মান কৰিবলৈ টান পায়। কাশ্যপে অলপ সময় বহি কথা-বতৰা পাতি বিষ্ণুক পাঁচশ টকা দিলে। বিষ্ণুৱে ক'লে—

'মালিক, খবৰ ল'বলৈ আহিছে সেয়াই বহুত; আকৌ কিয় এয়া দিব লাগে।

'একো নহয়, বেয়া পাব নালাগে। বাৰু, মই যাওঁ বিষ্ণু।' চম্পাৰ ওচৰলৈ গৈ ক'লে— 'চম্পা, চিন্তা কৰি নাথাকিবি। তোৰ মা বিচনাত পৰি পৰি বেছিহে কষ্ট খাইছিল। এতিয়া ইমান কষ্টৰ পৰা মুক্তিহে পাইছে।'

এইবোৰ কথা কৈ কাশ্যপ ওলাই গ'ল। বিষ্ণুৰ ঘৰত থকা বাগানৰ মানুহ আৰু গাঁৱৰ মানুহে জীপত উঠালৈকে কাশ্যপক আগবঢ়াই দিলে। চম্পাই কিন্তু কাশ্যপ যোৱালৈকে থৰ লাগি চাই থাকিল। কাশ্যপক আগবঢ়াই দি বাগানৰ আৰু গাঁৱৰ মানুহ বিষ্ণুৰ ঘৰলৈ আহি কথা পাতিবলৈ ধৰিলে। এইবাৰ আগৰ দুজন মালিকতকৈও বেছি ভাল মানুহ আহিল। আগৰ দুজন মালিক ইমান ভাল, তেওঁলোকৰ ল'ৰা আৰু কিমান ভাল হ'ব। বিষ্ণুৱে ক'লে— 'হয়, সৰু মালিক বৰ ভাল মানুহ। এনেইনো ঘৰলৈ খবৰ ল'বলৈ আহেনে?' সিইতৰ কথাবোৰ চম্পাই দূৰৈৰ পৰা শুনি থাকিল। বাংলোলৈ নোযোৱা তাইৰ এমাহতকৈও বেছি হ'ল। বিষ্ণুৱে বাৰে বাৰে তাইক বুজাবলৈ ধৰিলে—

'চম্পা বাংলোলৈ যা, ঘৰতে মাৰৰ চিন্তা কৰি কৰি তই বেমাৰী হ'বি। যোৱা

গ'ল, চিন্তা কৰি কি লাভ। আমিওতো এদিন মৰিব লাগিব।'

'বাবা, বাংলোলৈ আৰু দহদিনমান পিছতহে কাম কৰিবলৈ যাম। নহয় বাবা, যিদিনা মোৰ মনটো ভাল হ'ব, সেইদিনাই যাম।'

এনেকৈয়ে কেইদিনমান যোৱাৰ পিছত তাই ঘৰুৱা কাম-কাজত লাগিল। লাহে লাহে তাইৰ মনটো অলপ পাতলিল। তাই আকৌ বাংলোলৈ যোৱা আৰম্ভ কৰিলে। মাক মৰাৰ পিছৰে পৰা চম্পাৰ বহু পৰিবৰ্তন হ'ল। কাশ্যপে দেখি আচৰিত হ'ল। ইমান হাঁহি-স্ফূৰ্তি কৰি থকা ছোৱালীজনীৰ মুখত অকণো হাঁহি-স্ফূৰ্তি নাইকিয়া হ'ল। মনটো অনবৰতে মাৰি থাকে। চম্পাক দেখি কাশ্যপৰো ভয় লগা হ'ল। তাই বাংলোলৈ আহে আৰু কাকো একো নকয়, কাম-বন কৰি চিধা ঘৰ পায়গৈ। কাশ্যপেও একো নোকোৱা হ'ল— কিয়নো তাইৰ বোধহয় মাকৰ কথা এতিয়াও মনৰ পৰা মচ খোৱাই নাই। কেইবাদিনো যোৱাৰ পিছত কাশ্যপে তাইক মাতিলে—

'চম্পা, কি হ'ল তই মোক নামাতা হলি যে? মোক কিবা বেয়া পাইছ্ নেকি?

'নাই পোৱা মালিক, মনটো এনেয়ে বেয়া লাগি থাকে।'

এনেকৈয়ে লাহে লাহে তাইৰ আকৌ মাত-কথা ওলাল। তাই আগৰ দৰে আকৌ কাশ্যপৰ লগত হাঁহি-স্ফূৰ্তি কৰা হ'ল। মাকক হেৰুওৱাটো লাহে লাহে তাই পাহৰিলেই। আনকি জীৱনৰ সকলো দুখেই তাই নিমিষতে পাহৰি পেলালে। কাশ্যপক ওচৰত পালেই তাইৰ এনেকুৱা লাগে যেন তায়েই পৃথিবীৰ শ্ৰেষ্ঠ আৰু সুখী মানুহ। এনেকৈয়ে হাঁহি-স্ফূৰ্তিৰে দিন বাগৰিবলৈ ধৰিলে। এদিনাখন তাই অনুভৱ কৰিলে— তাইৰ শৰীৰটোৰ যেন কিছু পৰিবৰ্তন ঘটিছে। তাইৰ আৰু বুজিবলৈ বাকী নাথাকিল। তাই তাৰমানে সৰু মালিকৰ সন্তানৰ মাতৃ হ'বলৈ ওলাইছে। এই কথাটো তাই বহু দিনৰ পৰা অনুভৱ কৰি আছিল আৰু পেটে পেটে বৰ ভয়ো খাইছিল। যিটো কথালৈ তাই ভয় খাইছিল, আজি সেইটোৱেই হ'ল। এতিয়া তাই এই পাপ কাৰ্যৰ কথা মুখ খুলি কাক ক'ব। এই পৃথিবীত মাকৰ বাহিৰেতো তাইৰ আপোন কোনো নাছিল। তাইক যেতিয়া সকলোৱে সুধিব— এই সন্তানৰ পিতৃ কোন? তেতিয়া তাই মানুহক কি ক'ব! তাইক আজি বাপেকে কি বুলি ভাবিব। ইমান মৰমেৰে ডাঙৰ-দীঘল কৰাৰ পুৰস্কাৰ আজি তাই বাপেকক সেয়াই দিব নেকি? বাপেকে তাইক বিয়া দিবলৈ এটা বাগানৰ ল'ৰাও চাই থৈছিল। কথাটো গম পালে বাপেক তেনেই ভাগি পৰিব। এইবোৰ ভাবি

ভাবি তাই ঘৰৰ চুক এটাত বহি উচুপিবলৈ ধৰিলে। সেই সময়তে 'চম্পা চম্পা' বুলি বাহিৰত কোনোবাই চিঞৰিলে। চম্পা ওলাই যোৱা দেখি হোৱাত তায়েই ভিতৰলৈ সোমাই আহিল। চম্পাই মূৰ তুলি চাই ক'লে— 'অ' ৰশ্মি।' ৰশ্মিয়ে চম্পাৰ ফালে চাই ক'লে— 'ঐ চম্পা, কি হ'ল ৰে? তই কিয় চুকটোত বহি আছ? তই নাকান্দিবিৰে। কান্দি কি পাবি। একদিন চব যাব লাগিব। মনটো খাৰাপ কৰি একো লাভ নাই। বল আমি ঐ বাগানেৰ চামনে যে মেলা বহিছে আৰু ঝুমুৰ নাচ হৈছে, চাব যাম। আমাৰ লগত ৰেখাও যাব, লিলিও যাব।'

'তহঁতিয়ে যা, মোৰ ভাগ্যত আৰু সেইবোৰ স্ফুৰ্তি নাই। যোৱাবাৰ তহঁতৰ লগত যাওঁতে পিছে পিছে যে মোক জোকাই গৈছিল কালু আৰু মিঠুৱে, তেতিয়া বাবাই কথাটো কাৰোবাৰ মুখেৰে গম পাই মোক খুব গালি পাৰিছিল। সেই কাৰণেও মই এইবাৰ নাযাওঁ। তাতে মোৰ মালৈ মনত পৰি আছে।'

সেই সময়তে আকৌ লিলি সোমাল। লিলিয়ে সুধিলে—

'চম্পা, চুকটোত কি কৰিছ?'

সেইবাৰ সোধাৰ লগে লগে চম্পাৰ আৰু বেছি দুখ লাগিল। লিলিয়েই তাইৰ সৰুকালৰে পৰা নলে-গলে লগা বান্ধৱী। লিলি বাগানৰ এল পি স্কুলখনৰ বীৰেশ্বৰ চকীদাৰৰ জীয়েক। সেয়ে লিলিক দেখি তাইৰ এনেকুৱা লাগিল, যেন সকলো বিৰৰি লিলিৰ আগত কৈ দিব। তথাপি তাই বহু ধৈৰ্য ধৰি কোনোমতে কথাটো নোকোৱাকৈ থাকিল। লিলিয়ে বুজালে— 'চা চম্পা, মোৰোতো মা সৰুতেই ঢুকাল। তইতো তোৰ মাক বহু শুশ্ৰূষা কৰিলি, সেয়াই শান্তি বুলি ভাব তোৰ কাৰণে? মোৰ যে মাক মই সৰুতেই হেৰুৱালো। চা তোৰে মোৰে দুখ একেই। চম্পা তই ইমান বেজাৰ নকৰিবি। ব'ল আমাৰ লগত ব'ল; মেলা চাবি, ফুৰিবি। তেতিয়া মন ভাল লাগি যাব। এইবাৰ ৰশ্মিৰ বায়েকহঁতে ঝুমুৰ নাচিব নহয়, মিনা বজাৰ হোৱা পথাৰটোৰ কিনাৰতে হ'ব।' সেই সময়তে চম্পাৰ বাপেকেও ক'ৰবাৰ পৰা আহি পাইছেহে মাত্ৰ। লিলিহঁতক অহা দেখি বিষুৱে গম পালে যে চম্পাক সিহঁতে মিনা বজাৰলৈ যাবলৈ লগ ধৰিবলৈ আহিছে। সেয়ে বিষুৱে ক'লে—

'যা বেটি, যা সিহঁতৰ লগত অলপ ফুৰি আহগৈ। ঘৰত থাকিলে মনটোহে খাৰাপ হৈ থাকিব। মাৰৰ কথা চিন্তা কৰি একো লাভ নাই। যিকেইদিন থাকিলে বেমাৰতে গ'ল।'

তাই ভাবিলে— কথাটোতো হয়। ওলাই গ'লে কিজানি অলপ মনটো

ভালেই লাগে। সেয়ে তাই ৰশ্মি, লিলিহঁতৰ লগতে ওলাই গ'ল। সৰু মালিকে কেইবাদিনৰ আগতে তাইক ১০ টকা দিছিল। সেইটো তোচকখনৰ তলৰ পৰা উলিয়াই হাতৰ টিপতে থকা সৰু সেউজীয়া ৰঙৰ বেগটোত ভৰাই ল'লে। মিনা বজাৰ পোৱা মাত্রকে সঁচাকৈয়ে তাইৰ মনটো অলপ ভাল লাগিল। ৰশ্মি, লিলিহঁতে খাৰু কিনিলে। চম্পাই কাণত পিন্ধা এযোৰ ঝুমকা কিনিলে। তাৰ পিছত চান-পাপৰি আৰু চানা ভজা কিনি ৰশ্মিৰ বায়েকহঁতৰ নাচ চাবলৈ গ'ল। নাচ চাই থাকোঁতেই তাইৰ গাটো বৰ বেয়া লাগিল। তাই ৰশ্মিক ক'লে— 'ৰশ্মি, মই যাওঁ, মোৰ গাটো বৰ বেয়া লাগিছে।'

ৰশ্মিয়ে ক'লে— 'দিদিৰ নাচটো দেখি লওঁ।' তাই আকৌ লিলিক ক'লে। লিলিয়েও একেটাই ক'লে— 'ৰ, ৰশ্মিৰ বায়েকৰ ঝুমুৰ নাচটো চাই লওঁ।' চম্পাৰ উপায় নাইকিয়া হ'ল। তাই অনিচ্ছা সত্ত্বেও সিহঁতৰ লগতে নাচ উপভোগ কৰিব লগা হ'ল। তাইৰ মূৰটো ঘূৰোৱাৰ নিচিনা লাগিল। সেয়ে তাই মাটিতে বহি পৰিল। তাইক বহা দেখি সিহঁতেও মাটিত বহি ল'লে। লিলি অলপ বুজি পোৱা বিধৰ ছোৱালী। সেয়ে লিলিয়ে ক'লে— 'ব'ল, তয়ে-ময়ে ঘৰলৈকে যাওঁগে। তোৰ গা বেয়া লাগিছে যেতিয়া কিনো চাম।'

চম্পাই লিলিক ক'লে— 'কালি মোক লগ নধৰিবি দেই, মই নাহো। মোৰ মন-গা একো ভাল নাই।'

'তোক আৰু বুজাই একো লাভ নাই। ইমান বুজালো একো কাম নহ'ল।'

চম্পাই ক'লে— 'ঘৰ পালোহি।'

লিলিয়ে যা বুলি কৈ চম্পাক থৈ মিনা বজাৰলৈ উভতি গ'ল।

ইফালে ঘৰ সোমায়েই চম্পাৰ আকৌ একেবোৰ চিন্তাই চাৰিওফালৰ পৰা আগুৰি ধৰিলে। তাই ভাবিলে ইমান চিন্তা কৰি লাভ কি। এইবোৰ পাপতো মই অকলে কৰা নাই, মালিকো জানো সমানেই পাপৰ ভাগী নহয়। সেয়ে কাইলৈ মালিকৰ আগত সকলো ক'বগৈ লাগিব। সেয়ে পিছদিনা গৈয়ে পোনচাটেই তাই মালিকৰ ওচৰ পালেগৈ। চম্পাক দেখি কাশ্যপে সুধিলে—

'কি হ'ল চম্পা?

চম্পাই কওঁ নকওঁকৈ থোকা-থুকি মাতেৰে ক'লে—

'মালিক, আপুনি মোক বিয়া কৰাব লাগিব। মই আপোনাৰ সন্তানৰ মাতৃ হ'বলৈ ওলাইছো।'

অসময়ত নভবা-নিচিন্তা কথা এটা শুনি কাশ্যপৰ গা জিকাৰ খাই উঠিল। কাশ্যপে ভয়তে চিঞৰি উঠিল—

'সেইটো কেনেকৈ হ'ব চম্পা? তই এয়া কি কৈছ? এইবোৰ কথা গম পালে মোকতো চিৰদিনৰ কাৰণে বাগানৰ পৰা নিবই, তোকো আমাৰ ঘৰৰ মানুহে শেষ কৰি দিব। চা চম্পা, মই জীৱনত কাকো বিয়া নাপাতো। অকল তোকেই পাতিম। কিন্তু গোপনে। তই ধৈৰ্য ধৰ। চম্পা, তই ধৈৰ্য নেহেৰুৱাবি। মই তোক যিমান পইচা লাগে দিম। তই ডাক্তৰৰ ওচৰলৈ গৈ সকলো ঠিক-ঠাক কৰাই আহিবি।'

এইবোৰ কোৱাৰ পিছতো চম্পাই মালিকৰ হাতে-ভৰিয়ে ধৰি ক'লে—

'মালিক, মই আপোনাৰ টকা-পইচা একোলৈ লোভ কৰা নাই। মোক আপোনাৰ একো সম্পত্তি নালাগে। মোক আপুনি মাত্ৰ পত্নী হিচাপে গ্ৰহণ কৰক। যাতে সমাজে মোক ঘৃণা নকৰে। পিছত লাগে মোক কিবা দোষ উলিয়াই এৰি দিব। চাওক মালিক, এতিয়া মই কি কৰিম? কেনেকৈ গাঁৱৰ মানুহৰ আগত মুখ দেখুৱাম? মালিক, মোক বচাওঁক' বুলি কান্দি আউলি-বাউলি হ'ল।

'চম্পা, তই অকল তোৰ কথা ভাবিলেই নহ'ব নহয়। মোৰ কথাটো তই ভাবিব লাগে।'

সেই সময়তে কাশ্যপে খিৰিকীৰে বিজুক আহি থকা দেখিলে। লগে লগে সি চম্পাক ক'লে— 'চম্পা, তোৰ বাবা আহিছে। তই সোনকালে ইয়াৰ পৰা যাগৈ।'

তাই খৰধৰকৈ চকু মোহাৰি বাংলোৰ পৰা ওলাই নিজৰ ঘৰলৈ বুলি গুচি গ'ল। বাপেকে কিন্তু তাইক নেদেখিলে। কাশ্যপে বিভিন্ন ধৰণৰ বুদ্ধি সাজিলে, কিন্তু কোনো বুদ্ধিয়েই কামত নাহিল। সি ভয়ত কিবা হ'ল। তাৰ ঘৰৰ মানুহে গম পালে তাক শুদাই এৰিবনে? সিহঁতৰ বংশত এনেকুৱা নীচ কাম কোনেও কৰা নাই। দেউতাক, দাদাকহঁতে গম পালে কম খিপাবনে? তাতে চম্পা এজনী মালীৰ জীয়েক। যিবোৰক দেউতাকহঁতে মানুহ বুলিয়েই নাভাবে। তাক কিহে পাইছিল ছিঃ। কিয় সি ইমান নীচ কামলৈ আগবাঢ়িল? এতিয়া তাক কোনে বচাব? সি অৱশেষত এটা বুদ্ধি উলিয়ালে। বিজুক নিজে মাতি কথাখিনি ক'লে যে চম্পাই কিবা পাপ কাৰ্যত লিপ্ত হৈছে যি পাপ কাৰ্যৰ ভাগী তাই কাশ্যপকো কৰিছে। বিজুৱে কাশ্যপৰ কথাৰ আঁত ধৰিব নোৱাৰিলে। বিজুৱে ক'লে—

'মালিক, আপুনি কি কৈছে মই একো বুজি পোৱা নাই।'

কাশ্যপে আকৌ বিষ্ণুক বুজালে— তাৰ মানে চম্পাই বেয়া কাম কৰিছে। মানে তাইৰ পেটত কাৰোবাৰ সন্তান আছে। বিষ্ণুৱে তেতিয়াহে বুজিলে আৰু কথাটো শুনি কান্দিবলৈ ধৰিলে। কাশ্যপে আকৌ চিঞৰি ক'লে— 'বিষ্ণু কথাটো শুনা।'

আকৌ বিষ্ণুৱে ক'লে— 'কওক মালিক।'

'তাৰ মানে তাই বাগানৰ কোনোবা ল'ৰাৰ লগত কিবা পাপ কাম কৰিছে আৰু সেই ল'ৰাই বোধহয় মোৰ পৰা তাই কিবা টকা-পইচা সৰকাব পৰিলে তাইক বিয়া পাতিম বুলি প্ৰতিশ্ৰুতি দিছে। নহ'লে তাই মোক এনেকুৱা এটা আচৰিত কথা কিয় কব। দেউতা, দাদাইঁতে গম পালে তাইক মাৰি পেলাব।'

'কি ক'লে মালিক?'

'বুজিছা তাইৰ পেটত থকা সন্তান বোলে মোৰ ছিঃ। তাই ইমান বেয়া কথা মোৰ বিষয়ে ক'ব পাৰেনে? আমাৰ পৰিয়ালৰ ককাদেউতা, দেউতা, আটায়ে এই বাগান চলাই গ'ল; কোনোবা এজনে এনেকুৱা নীচ কাম কৰাটো দূৰৰে কথা, বেয়া চিন্তা কৰা দেখিছানে? তেনেকুৱা মানুহৰেই সন্তান মই। তেনেস্থলত ময়ো জানো এনেকুৱা এটা নীচ কাম কৰিব পাৰিম? তুমি মোৰ খোজ-কাটল, চকুৰ তেনেকুৱাই চৰিত্ৰহীন চেহেৰা দেখা নেকি?'

বিষ্ণু তেনেই হোজা। কাশ্যপৰ কথাকেইযাৰে বিষ্ণুৰ অন্তৰ চুই গ'ল। বিষ্ণুৱে ক'লে— 'মালিক, মাফ কৰি দিব সৰু ছোৱালী। কোনোবাই বেয়া বুদ্ধি দিছে। নহ'লে তাই জানি-শুনি আপোনাক এনেকুৱা কথা কয়নে?'

'চোৱা বিষ্ণু, মই তাইক সৰু ছোৱালী বুলি আৰু তোমাৰ ছোৱালী হিচাপে মৰম কৰো। এনেকুৱা এটা অবস্থাত তাইনো মোৰ মূৰৰ ওপৰত এনেকুৱা এটা বদনাম জাপি দিবলৈ বিচাৰিব লাগেনে?'

কাশ্যপৰ কথাখিনিত বিষ্ণুৰ বৰ ভয় লাগিল আৰু খুব বেজাৰ লাগিল। বিষ্ণুৱে ক'লে— 'মালিক, চম্পাৰ হৈ ময়েই মাফ খুজিছো। মালিক আপুনি আৰু এইবোৰ কথা পাহৰি যাওক।'

'চোৱা বিষ্ণু, পাহৰিবা কেনেকৈ? আচলতে মোৰেই দোষ, মই শ্ৰমিকসকলক খুব মৰম কৰিছিলো। 'গতেই পৰিণাম এয়া।'

'মালিক, মই আজিলৈকে ও ইক মাৰি পোৱা নাছিলো। আজি কিন্তু মই ঠিকচে দিম।'

'চোৰা, মাৰপিট একো নকৰিবা। সকলো কথা ভালদৰে বুজাবা, যাতে আনৰ বুদ্ধিৰে চলি কাম নকৰে। মালিক মালিকেই। মালিকৰ বেয়া এটা কেলেই চিন্তা কৰিবলৈ যায়? তোমাৰ টকাৰ দৰকাৰ নহয়? এই এহেজাৰ টকা লোৱা, তাইক ডাক্তৰৰ ওচৰলৈ লৈ যাবা। ডাক্তৰে যদি পাৰে সকলো ঠিক কৰি দিব। চিন্তা নকৰিবা। মই তোমালোকৰ মালিক, কিবা অসুবিধা হ'লে ক'বা, মই যিমান পাৰো সহায় কৰিম। তোমালোকৰ মালিক হিচাপে সহায় কৰাটো মোৰ কৰ্ত্তব্য।'

'মালিক, আপুনি আমাক বহু সহায় কৰিছে। আপোনাক আমি কেতিয়াও পাহৰিব নোৱাৰো। আপুনি আমাৰ দেৱতা।'

বিষ্ণুৱে সৰু সৰু মাতেৰে মাত লগালে— 'মালিক, মই যাওঁ।'

বিষ্ণুৰ মালিকৰ ওচৰত নিজকে বৰ দোষী দোষী লাগিল। সেয়ে বিষ্ণুৱে কথাটো শুনি গৈয়ে চম্পাক সুধিলে—

'চম্পা, মই যি কথা শুনিবলৈ পাইছো সেয়া সঁচা নেকি? এনেকুৱা অৱস্থা তোক কোনে কৰিলে?'

'মা....লি...' বুলি ক'বলৈ লওঁতেই বাপেকে তাইক ধমকি দিলে। 'তই আমাৰ দেৱতাৰ নিচিনা মালিকৰ কথা এনেকৈ কবিনে? তোক কোনোবাই শিকাই দিছে নহয়? ৰামো, বলেন, মিঠু, কালো এইকেইটাই বৰ বদমাচ ল'ৰা। এইকেইটা ল'ৰাৰ ভিতৰৰে কোনোবাই তোক ঠগিলে নহয়? এনেকুৱা অৱস্থা সেই বদমাচ ল'ৰাকেইটাৰ বাহিৰে তোক কোনেও কৰিব নোৱাৰে। সিহঁতৰ কোনটো হয়— মোক কৈ দে, মই গাঁৱত সকলোকে জনাই দি সিহঁতক মজা দিম।'

তাই পেটে পেটে ভাবিলে— সিহঁতে তাইক জোকায়, সেইটো সঁচা। কিন্তু সিহঁতে কেতিয়াও এনেকুৱা নীচ কাম কৰিব নোৱাৰে। তাই একো উত্তৰ নিদিয়াত বাপেকৰ বৰ খং উঠিল। বাপেকে খঙৰ জালত ৰ'ব নোৱাৰি তাইক উধাই-মুধাই পিটিলে। কিন্তু তথাপি তাই একো কেঁট-কোট নকৰিলে। তাই মনতে ভাবিলে— তাইক বাপেকে মাৰি পেলালেও একো ক'ব লগা নাই। কাৰণ তাই যৌৱনৰ প্ৰথম খোজত বিশ্বাসঘাতকৰ হাতৰ পুতলা হ'ল। সেয়ে তাইৰ জীৱনটো শেষ হৈ গ'লেও তাইৰ কোনো আক্ষেপ নাই। তাই যিমান ডাঙৰ পাপ কৰিলে, সেই পাপতকৈ বাপেকে দিয়া শাস্তিৰ পৰিমাণ তেনেই নগণ্য। বিষ্ণুৱে তাইক মাৰিলে যদিও বিষ্ণুৱে ক'লে— 'চম্পা বেটী, তোৰ ভাগ্যত যি আছিল হৈ গ'ল। সৰু মালিকেও তোৰ দুখ চাব নোৱাৰি মোৰ হাতত পইচা দি পঠিয়াইছে ডাক্তৰৰ ওচৰলৈ যাবলৈ।' চম্পাই সৰু মালিকৰ কথা বাপেকৰ মুখত শুনি য'তে বহি আছিল ত'তে থৰ

লাগি বহি থাকিল। সেই সময়তে তাইৰ মনলৈ এটা বুদ্ধি আহিল— যিমান যি নহওক, সন্তান জন্ম হোৱাৰ পিছতো তাৰ মৰম অলপ লাগিবই। যেনেকৈয়ে নহওক তাৰেই সন্তান। সেয়ে তাই ভাবিলে— মই সন্তান জন্ম দিম আৰু ভৰণ-পোষণৰ দায়িত্ব মই তাকেই দিম। মই তাক এনেকৈয়ে শিক্ষা দিব লাগিব। সি ইমান নিষ্ঠুৰ মানুহ। এতিয়া বিপদৰ সময়ত সি একেবাৰে গা এৰা দিলে, যেন সি মোক চিনিয়েই নাপায়। পাপ জানিবা মই অকলেহে কৰিছো, সি কৰা নাই। নিষ্ঠুৰ, তই ভাবিছ মোক ঠগাই তই জিকিলি; কিন্তু ভগৱানে তাৰ পৰিণাম তোক বেয়াকৈয়ে দিব। এইবোৰ চিন্তা কৰি কৰি তাই একেবাৰে দুৰ্বল হৈ গ'ল। বাপেকে বহু বুজাই-বঢ়ায়ো তাইক ডাক্তৰৰ ওচৰলৈ নিব নোৱাৰিলে। বাপেকক মাত্ৰ তাই এটাই কথা ক'লে—

'বাবা মই পাপ কৰিছো, তাৰ ফল মই পামেই আৰু যিয়ে মোক ঠগাইছে সিও তাৰ ফল এদিন পাবই। তই বাবা ডাক্তৰৰ ওচৰলৈ নিবলৈ মোক জোৰ নকৰিবি। বেছি জোৰ কৰিলে মই ডিঙিত চিপ লৈ মৰি যাম। তাইৰ মুখত মৰাৰ শব্দ শুনি বাপেকৰ অন্তৰ বেজাৰত ভাগি পৰিল। কাৰণ বাপেকৰ নিজৰ বুলিবলৈ একমাত্ৰ সন্তান তায়েই আছে। তায়ো যদি পৃথিবীৰ পৰা যায়গৈ, নিজৰ বুলিবলৈ বিষ্ণুৰ এই পৃথিৱীত কোনো নাথাকিব। সেয়ে উপাই নাপাই বিষ্ণুৰে মাত নমতা হ'ল। লাহে লাহে এনেকৈ দিন বাগৰি গ'ল। কেইমাহমান যোৱাৰ পিছতে চম্পাৰ এটি পুত্ৰ সন্তান জন্ম হ'ল। খবৰটো গোটেই গাঁৱতে বিয়পি পৰিল। গাঁৱৰ সকলোৱে থু পেলালে, ছিঃ ছিঃ কৰিলে। গাঁৱত ডাঙৰ মেল বহিল আৰু চম্পাহঁতৰ ঘৰখনক গাঁৱৰ পৰা এঘৰীয়া কৰিলে। সিহঁতৰ ঘৰৰ আগেদি কোনোবা গ'লে থু পেলাই যায়। তাই মনৰ বেজাৰ আৰু লাজত ঘৰৰ পৰা বাহিৰ ওলাব নোৱৰা হ'ল। ঘৰটোলৈ মাজে মাজে কোনোবাই শিলৰ চপৰাও মাৰি যোৱাটো নিয়ম হৈ গ'ল। সিহঁতৰ ঘৰৰ সন্মুখেৰে যোৱা ছোৱালীবোৰে তাই শুনাকৈ চিঞৰি চিঞৰি কৈ যায়— 'এই ডাইনীজনীয়ে আমাৰ গাঁৱৰ ছোৱালীবোৰৰ মান-ইজ্জত সকলো শেষ কৰিলে।' লাহে লাহে দিন বাগৰি গ'ল। মাজে মাজে তাই ঘৰৰ পৰা বাহিৰ ওলোৱা হ'ল। মানুহে কিন্তু কথাবোৰ সহজে পাহৰিব নোৱাৰিলে। তাইক সন্মুখত দেখিলেই মানুহে কৈ যায়— 'ইমান ডাঙৰ পাপ এটা কৰিও যে মানুহৰ আগত কেনেকৈ যে মুখখন দেখুৱাব পাৰে, নিলাজৰ জাত।' এনেকৈয়ে কেইবছৰমান যোৱাৰ পিছত চম্পাৰ ল'ৰাটোও ডাঙৰ হৈ আহিল। লাহে লাহে মানুহৰ খঙবোৰো পাতলিল। গাঁৱৰ মানুহবোৰে তাইক মাতিবলৈ ধৰিলে। তথাপি তাই কিন্তু মানুহৰ ওচৰত সহজ হ'ব নোৱাৰিলে। কাশ্যপৰ ইমান ডাঙৰ বিশ্বাসঘাতকতাই তাইৰ মনৰ সকলো হাঁহি-

ধেমালি কেতিয়াবাই চকুৰ পানীয়ে ধুই নিঃশেষ কৰি পেলালে। বিষ্ণুৱে ল'ৰাটোক কেঁচুৱাতে একেবাৰে চকুপাৰি দেখিব নোৱাৰিছিল যদিও পিছলৈ এনেকুৱা হ'ল— তাক এৰি বিষ্ণু এখন্তেকো থাকিব নোৱৰা হ'ল। তাতে ল'ৰাটোও বৰ মৰম লগা। ইফালে আকৌ বয়সৰ হেঁচা আৰু ঘৈণীয়েকৰ চিন্তাই বিষ্ণুক দিনক দিনে বেমাৰী কৰি পেলালে। ইটোৰ পিছত সিটো বেমাৰ লানি নিছিগাকৈ বিষ্ণুৰ গাত থকাই হ'ল। গতিকে বিষ্ণুৱে কাম-বনলৈও যাব নোৱৰা হ'ল। তথাপি কিন্তু কাশ্যপে বিষ্ণুৰ মাহিলি দৰমহাটো বন্ধ নকৰিলে। ইমান দিনে সৰু মালিকে কৰা সহায়কণ বিষ্ণুৱে পাহৰিব নোৱাৰিলে। সেয়ে বিষ্ণুৱে এদিন জীয়েকক ওচৰলৈ মাতি আনি ক'লে— 'চা চম্পা, আমি দুখীয়া মানুহ। আমাৰ ভাগ্যত ভগবানে কষ্টই লিখিছে। আমি বহু কষ্ট কৰিলেহে পৃথিৱীত খাই-বৈ জীয়াই থাকিব পাৰো। তেনেকুৱা এটা অৱস্থাত সৰু মালিকে মোক কামলৈ যোৱা নাই যদিও দৰমহা দি আছে। মালিকে দৰমহা নিদিলে আমি নাখাই মৰিম। সেয়ে চম্পা বেটী, তই আকৌ বাংলোলৈ গৈ কাম কৰ। নহ'লে আমি নাখাই মৰিব লাগিব। মা, তই কামলৈ যাবিনে?'

চম্পাই কথাটো শুনি পেটে পেটে ভালেই পালে। কাৰণ তাইৰো এটা জেদ আছে। কিয়নো ল'ৰাটোৰ ভৰণ-পোষণৰ দায়িত্ব তাই এদিন কাশ্যপৰ ওপৰত জাপি দিব। সেয়ে তাই বাংলোলৈ যোৱাৰ বাস্তাটো ওলালে ভালেই পায়। গতিকে তাই তপৰাই উত্তৰ দিলে— 'হ'ব বাবা, যাম বাৰু। তই খালী মালিকক কথাটো সুধি আহিবি।'

সেই মতেই কাম হ'ল। পিছদিনা বিষ্ণুৱে গৈ সৰু মালিকক সুধিলে—

'মালিক, চম্পাই আকৌ বাংলোত কাম কৰিবলৈ ইচ্ছা কৰিছে। আপুনি বাৰু তাইক বাংলোত কাম কৰিবলৈ দিবনে?'

কাশ্যপে অলপ সময় চিন্তা কৰি ঘপকৈ উত্তৰ দিলে— 'হ'ব বাৰু; চম্পাক আহিবলৈ কৰা।' ইমান ডাঙৰ পাপ এটা কৰাৰ পিছত তাৰো নিজকে সদায় দোষী দোষী লাগি থাকে। সেয়ে সি ভাবিলে— অন্তত চম্পাক টকা-পইচা দি ইটো সিটো সহায় কৰিলে তাৰ মনটোও ভাল লাগিব। আৰু সি কৰা পাপৰ পৰাও অকণমান মুক্তি পাব। তাতে সি এতিয়াও চম্পাক ভাল পায়। মাত্ৰ তাৰ বংশ পৰিয়ালক লৈহে সি মৰিছে। তাৰ দেউতাক, দাদাকহঁত বৰ কাঢ়া। সেয়ে তাৰ উপায় নাই। নহ'লেনো সি এনেকৈ চম্পাক ঠগায়নে? তাতে ল'ৰাটোক চাবলৈও তাৰ খুব মন যায়। কাশ্যপে মনতে ভাবিলে— পাৰিলে তাক নিয়ে লগত ৰাখি ডাঙৰ কৰিব। মাত্ৰ পিতৃৰ পৰিচয়ৰ বাহিৰে তাক সকলো দিব পাৰিব।

ইফালে আকৌ বিষ্ণুৱে গৈ সকলো মালিকে মাতি পঠোৱা কথাটো চম্পাক ক'লেগৈ। তাইৰ কথাটো শুনি ভাল লাগিল যদিও চাৰি বছৰৰ মূৰত চম্পাই আজি মালিকক দেখিব, সেয়ে বৰ লাজ লাজ লাগিল। দুদিনমান পাৰ হোৱাৰ পিছত তাই ল'ৰাটো লৈ বাংলোলৈ বুলি ওলাল। কাশ্যপে তাইৰ লগত ল'ৰাটো দেখি বুজিবলৈ বাকী নাথাকিল যে সেইটোৱেই তাৰ ল'ৰা। ল'ৰাটো দেখি সি আচৰিত হ'ল— সঁচাকৈয়ে ল'ৰাটো বৰ ধুনীয়া। কাশ্যপে আগৰ দৰেই ফুলনিত বহি আছিল। চম্পাই গেট খুলি চুচুক-চামাককৈ ল'ৰাটোৰ হাতত ধৰি ভিতৰলৈ সোমাই আহিল। চম্পাই কিন্তু ফুলনিত বহি থকা কাশ্যপক নেদেখিলে। কাশ্যপে চম্পাই দেখাৰ আগতেই চিঞৰিলে— 'চম্পা, ইয়ালৈ আহ।'

কাশ্যপৰ মাতত চম্পা উচপ খাই উঠিল। তাই অলপো ভবা নাছিল কাশ্যপক যে তাই বাহিৰতে পাব। সেয়ে তাই কাশ্যপৰ কাষলৈ যাবলৈ ফুলনিৰ ভিতৰলৈ সোমাই গ'ল। সি ল'ৰাটো দেখি সকলো পাহৰি স্ফূৰ্তিতে থাপ মাৰি ধৰি কোলাত বহুৱাই ল'লে। দৃশ্যটোৱে চম্পাক কন্দুৱাই পেলালে। চম্পাৰ চকুপানী দেখি ল'ৰাটোৱে হতবাক হৈ মাকৰ মুখলৈ চালে। সি দেখি ভয় খাব বুলি চম্পাই তৎক্ষণাত চকুপানী মচি পেলালে। কাশ্যপে কিন্তু ল'ৰাটোলৈ ৰ লাগি চাই থাকিল। সি এইবাৰ ৰ'ব নোৱাৰি কৈ পেলালে— 'ই বৰ ধুনীয়া হ'ব দেই চম্পা।' চম্পায়ো ৰ'ব নোৱাৰি লগে লগে উত্তৰ দিলে— 'ই ধুনীয়া হৈয়ো কি হ'ব? ইয়াৰ যে সমাজত বাপেকৰ পৰিচয়েই নাই।' চম্পাৰ কথাই কাশ্যপক শেলে বিন্ধা দি বিন্ধিলে। যেন তাৰ গাত বজ্ৰপাতহে পৰিল। সি একো ক'ব নোৱৰাকৈ টলকা মাৰি থাকিল। চম্পাৰ কথাত তাৰ খুব বেয়া লাগিল। সি মনৰ ভিতৰতে নিজকে নিজেই ঘৃণালে। সঁচাকৈয়ে সি এটা কাপুৰুষ। সেইদিনা চম্পাই কামৰ কাৰণে ভিতৰলৈ যাব লওঁতেই কাশ্যপে ক'লে—

'কালিৰ পৰা কাম কৰিবি।'

তেতিয়া চম্পাই ক'লে— 'তেনেহ'লে মালিক এতিয়া যাওঁ।'

'ৰ' ক'লৈ যাব?'

সেই সময়তে মুকুন্দ বাংলোৰ বাহিৰলৈ ওলাই আহিছিল। কাশ্যপে মুকুন্দক দেখি চিঞৰিলে— 'মুকুন্দ চাহ কৰচোন। চাহ ইয়ালৈকে লৈ আনিবি দেই।'

মুকুন্দই খৰখৰকৈ চাহ কৰি আনি ফুলনিত দিলেহি। চম্পাই বননিতে লেপেটা কাঢ়ি বহিলে। কাশ্যপে ক'লে— 'মুকুন্দ মুঢ়াটো আনচোন, তাইক বহিবলৈ দে।'

চম্পাই ক'লে— 'হ'ব হ'ব নালাগে।'

চম্পাই চাহৰ কাপটো হাতত নোলোৱা দেখি কাশ্যপে ক'লে—

'চম্পা চাহ খা আকৌ, ঠাণ্ডা হৈ যাব নহয়।'

তাই তৎক্ষণাত চাহৰ কাপটো হাতত ল'লে। বিস্কুটৰ প্লেটৰ পৰা বিস্কুট দুটা লৈ ল'ৰাটোৰ হাতত গুজি দিলে আৰু নিজে দুটা খালে। চাহ খাই থাকোঁতেই তাই সুধিলে—

'মালিক হৰিহৰ নাই নেকি?'

'নাই সি যোৱা দুবছৰমানেই হ'ল।'

সেই সময়তে কাশ্যপে আকৌ ল'ৰাটো থাপ মাৰি ধৰি ক'লে—

'চম্পা, ইয়াৰ নাম কি ৰাখিলি?'

চম্পাই ক'লে— 'মালিক, বিদ্রূপ ৰাখিলো।'

'এইটোনো কি নাম ৰাখিলি? তাৰ লগত খাপ খোৱা নাই।'

'মালিক, আমি শিক্ষা-বিদ্যা নোহোৱা মানুহ, এইটোৱেই আমাৰ কাৰণে ধুনীয়া নাম।'

কাশ্যপে দুখ মনেৰে ক'লে— 'সে ঠিকেই আছে।' কাশ্যপৰ পেটে পেটে অলপ দুখ লাগিল— কাৰণ তাৰ অলপো সৎ সাহস নাই। আজি টকাই তাৰ কাল হ'ল, বংশ মৰ্যাদাই তাৰ কাল হ'ল। নহ'লেনো সি ইমান ধুনীয়া চম্পাক ঘৈণীয়েক আৰু ইমান মৰম লগা ল'ৰাটোক পুতেক বুলি সমাজত স্বীকৃতি নিদিয়াকৈ থাকেনে? চম্পাই ক'লে— 'মালিক যাওঁ, কাইলৈ আহিম।' সেই সময়তে ল'ৰাটোৱে কাশ্যপৰ ফালে চালে। চম্পাই পুতেকক ক'লে— 'ক' যাওঁ বুলি'। সি টপকৈ ক'লে— 'মালিক যাওঁ।' কাশ্যপৰ মনটো বেয়া লাগি গ'ল। আজি তাৰ নিজৰ পুতেকেই তাক মালিক সম্বোধন কৰিবলগীয়া হৈছে। সি যে কিমান দুৰ্ভগীয়া, দুৰকপলীয়া!

এনেকৈয়ে চম্পা আৰু বিদ্রূপ বাংলোলৈ আহি থাকে। বিদ্রূপক কাশ্যপে খুব মৰম কৰে। বিদ্রূপেও মালিক বুলিলে ইমান ভালপোৱা হ'ল যে মালিক বুলিলে তাক একো নালাগে। চম্পাই কেতিয়াবা বাংলোলৈ নাহো বুলি ভাবিলেও বিদ্রূপৰ উৎপাতত আহিবলৈ বাধ্য হয়। সি মুঠতে উঠোতে বহোতে কেৱল 'মালিক, মালিক' বুলিয়েই থাকে। কাশ্যপে যেতিয়াই টাউনলৈ যায়, বিদ্রূপলৈ ধুনীয়া ধুনীয়া খেলনা আনি দিয়ে। তাক কেতিয়াবা জীপত তুলি লৈ গোটেইখন ফুৰায়। কেতিয়াবা

জীপত লৈ গৈ তাক কাপোৰ কানিও কিনি দিয়ে। লাহে লাহে বিদ্রূপৰ বয়স ৬ বছৰ হ'ল। যিমানেই দিন বাঢ়ি আহিল, সিমানেই বিদ্রূপৰো মালিকৰ প্ৰতি টান বাঢ়ি আহিল। দিনটোৰ আধাখিনি সময় বিদ্রূপে কাশ্যপৰ লগতে কটাব লগা হয়। চম্পাই তেতিয়া ভাবে— আজি নিজৰ পুতেক দেখিহে মালিকে বিদ্রূপক ইমান মৰম কৰে। আন শ্ৰমিকৰ ল'ৰা হ'লে জানো বিদ্রূপক ইমান মৰম কৰিলেহেঁতেন? চকু তুলিয়েই কিজানি নাচালেহেঁতেন? কাশ্যপে বিদ্রূপক এৰাই চলিবলৈ চেষ্টা কৰে যদিও সকলো চেষ্টা অথলে যায়। যিমানেই যি নহওক, নিজৰ পুতেক। পুতেকলৈ থকা মৰমকণ ক'ত লুকুৱাই ৰাখিব পাৰে। বিদ্রূপ আৰু চম্পাক দেখিলে কাশ্যপৰ নিজকে ঘোৰ অপৰাধী যেন লাগে। সেয়ে যিমান পাৰে চম্পাকেই সি টকা-পইচা দি সহায় কৰে। কাৰণ কাশ্যপেই চম্পাৰ সকলো শেষ কৰি পেলালে। কম বয়সতে তাই পিতৃ পৰিচয়হীন কেঁচুৱাৰ মাতৃ হৈ সমাজত নিজকে হীন নাৰী হিচাপে প্ৰতিষ্ঠিত কৰিলে। যি ভুলে তাইৰ সাংসাৰিক হোৱাৰ পৰা চিৰদিনলৈ বঞ্চিত কৰিলে। গোটেই ভুলৰ গুৰিতে জানো সি নহয়। কাশ্যপৰ জীৱনত এইটো ডাঙৰ ভুল, যিটো শুধৰাবলৈ তাৰ ওচৰত আৰু একো পথ নাই। দিনক দিনে তাৰ এই বিষয়টো লৈ চিন্তা বাঢ়ি আহিছে। সি এইবোৰ চিন্তা কৰি কৰি কেতিয়াবা ৰাতিটোও উজাগৰে কটাব লগা হয়।

এনেকৈয়ে কেইদিনমান যোৱাৰ পিছত হনুমানে আহি খবৰ দিলেহি— 'মালিক, মালিক, কাইলৈ ডাঙৰ মালিক আহিব। অফিচৰ পৰা আপুনি টাউনলৈ যোৱাৰ পিছত ডাঙৰ মালিকে ফোন কৰিছিল। ফোন ৰামলাল চকীদাৰে ধৰিলে। চকীদাৰে খবৰটো মোক বেগাবেগীকৈ আহি দি গ'লহি।' দেউতাক আহিব বুলি খবৰটো পাই কাশ্যপৰ মন সেমেকি গ'ল। সি এটাই মাত্ৰ চিন্তা কৰিলে— এইবাৰ চম্পাক বাংলোলৈ আহিবলৈ বাধা দিয়ে কেনেকৈ? ইফালে আকৌ হনুমানে কাশ্যপক খবৰটো দিওঁতে ওচৰতে চম্পা বৈ আছিল আৰু বিদ্রূপেও কননিত খেলি আছিল। খবৰটো শুনিয়েই চম্পাই ভাবিলে— ডাঙৰ মালিক আহিব যেতিয়া আগৰ দৰে আজিও সৰু মালিকে আমাক এসপ্তাহলৈ বাংলোলৈ আহিবলৈ মানা কৰিব। চম্পাৰ কথাটো ভাবি বৰ বেয়া লাগিল। তাইৰ নিজতকৈও বিদ্রূপলৈ বেছি বেয়া লাগিল। যিমান যি নহওক সি সৰু ল'ৰা। সিতো একো বুজি নাপাব। সি সৰু মালিকক এৰি এদিনো থাকিব নোৱাৰে, তেনেকুৱা এটা অৱস্থাত চম্পাই তাক মালিকৰ পৰা আঁতৰাই কেনেকৈ ৰাখিব। তাইৰ বৰ কষ্ট হ'ব বিদ্রূপক মনাবলৈ। এনেকুৱা এটা পৰিস্থিতিতেই তাইৰ আচল পৰিচয়, আচল স্থান প্ৰতিফলিত হয়। তাই এইবোৰক ভাবি নিজকে বৰ নীচ নীচ যেন অনুভৱ কৰিলে। সেয়ে তাই

ভাবিলে— যাবৰ সময়ও হ'ল যেতিয়া সৰু মালিকক মাত লগাই যাওঁগে আৰুতো এসপ্তাহলৈ বাংলোলৈ আহিব নালাগে। কাৰণ ডাঙৰ মালিক আহিব। সৰু মালিকেতো আমাক বাংলোলৈ আহিবলৈ মানা কৰিবই। কিন্তু কি কথা, মালিকক মাত লগোৱাৰ পিছতো দেখোন মালিকে 'এসপ্তাহলৈ বাংলোলৈ নাহিবি' বুলি কোৱা নাই। সেয়ে তাই আকৌ মাত লগালে। এইবাৰো কাশ্যপে একো নক'লে। গতিকে তাই ভাবিলে— নিশ্চয় মালিকে পাহৰি গৈছে। নহ'লে মানা নকৰাকৈ থাকিলহেঁতেননে? তাই ভাবিলে— মালিকে কবলৈ পাহৰিলে যেতিয়া তাই বাংলোলৈ নোযোৱাটোৱেই ঠিক হ'ব। সেয়ে চম্পাই পিছদিনাখনৰ পৰা বাংলোলৈ নোযোৱাকৈ থাকিল। ইফালে, বিদ্ৰূপে মিনিটে মিনিটে মাকক এটাই প্ৰশ্ন কৰিলে— 'বাংলোলৈ মাক কেতিয়া যাব? সি মালিকৰ লগত কেতিয়া খেলিব?' তাক কতৰকমে বুজোৱাৰ পিছতো সি একো বুজি নাপালে। তাৰ মাত্ৰ এটাই কথা— সি সৰু মালিকৰ ওচৰলৈ যাবই। উপায় নাপাই মাকে তাক বুজালে— 'চা বিদ্ৰূপ, আজি বাংলোলৈ মালিকৰ বাবা আহিব নহয়, সেই কাৰণে আমি নাযাওঁ। আমি গ'লে সৰু মালিকে বেয়া পাব নহয়। কাৰণ মালিকে ভাবিব মোৰ বাবা আহিছে। ইহঁতে আহি মোক দিগদাৰ দিছে। সেই কাৰণেই আমি নাযাওঁ দেই সোণটো' বুলি গাত হাত ফুৰাই ফুৰাই চম্পাই বিদ্ৰূপক মৰম কৰিলে। বিদ্ৰূপেও থুনুক-থানাক মাতেৰে সুধিলে— 'মা, মালিকৰো বাবা আছে নহয়? মা, মোৰ বাবা কিয় নাই?' ইমান সৰু ল'ৰাটোৱে সেইটো প্ৰশ্ন কৰা দেখি মাক আচৰিত হৈ গ'ল। মাকে ভাবিলে ই ডাঙৰ হ'লে দেখোন মোক এই বিষয়ে প্ৰশ্ন কৰি শেষ কৰিব। মই তাক ডাঙৰ হ'লে কি উত্তৰ দিম। তাতে আমাৰ গাঁৱৰ মানুহবোৰো বেয়া। সি অলপ ডাঙৰ হ'লেই সি চম্পাৰ কেনেকুৱা পুতেক সেইটোও গাঁৱৰ মানুহেই বুজাই দিব। তাই বাৰু তেতিয়া কি কৰিব। সেই কথাটো ভাবি ভাবি তাই চিন্তাত ক'ব নোৱৰা হৈ অলপ সময় জঠৰ হৈ থাকিল। মাকক একো নমতা দেখি সি মাকৰ গাত ধৰি জোকাৰি জোকাৰি ক'লে— 'মা মালিকৰ তালৈ যাম।' চম্পাই আকৌ তাক বুজালে যে মালিকৰ তাত আলহী আহিছে। আমি গ'লে মালিকে আমাক মাৰিব। নাই সি একো বুজি নাপায়। সি কান্দি কান্দি কবলৈ ধৰিলে— 'মালিকে আমাক নামাৰে। মালিকে আমাক মৰমহে কৰে। মালিক ভাল মা, মালিক ভাল' বুলি কান্দি কান্দি সি শুই পৰিল। তাক দেখি চম্পাৰ বেয়া লাগিল। সেই দিনটো ভেনেকৈয়ে পাৰ হ'ল।

সেইদিনা দেউতাক উমা বৰুৱাৰ লগত ব্যস্ত হৈ থাকোঁতে কাশ্যপৰ চম্পা আৰু বিদ্ৰূপলৈ মনত পৰিল যদিও অতিপাত ব্যস্ততাত পাহৰিও থাকিল। কাশ্যপে

দেউতাকক বাগানৰ কাম-কাজবোৰ খুটিনাটি মাৰি দেখুৱালে। বাগানৰ উন্নতি দোপত দোপে বাঢ়ি অহা দেখি দেউতাকে কাশ্যপক ধন্যবাদ দিলে আৰু ক'লে—

'তয়ে মোৰ প্ৰকৃত ল'ৰা। নহ'লে বালিজান চাহ বাগিচাৰ অন্তিম অৱস্থা চাবলৈ বেছি দিন নালাগিলহেঁতেন। কাশ্যপ, তই ইমান সুন্দৰকৈ বাগান চলাব পাৰিবি বুলি মই কণমানো ভবা নাছিলো। এতিয়া যি দেখিছো দেউতা আৰু মোতকৈ তইহে বেছি পাৰ্গত।'

সেই সময়তে মুকুন্দই মাতিলেহি— 'মালিক, ভাত বাঢ়িলো, আহক।'

দুয়ো ভাত-পানী খাই আগৰ দৰে কাশ্যপ ফুলনিত বহিল আৰু উমা বৰুৱা শুলেগৈ। ফুলনিত বহি বহি কাশ্যপে ভাবিলে— আজি কিজানি চম্পা খণ্ডতে অহা নাই আৰু ল'ৰাটো। তাক কিজানি কিমান জোৰ কৰি ৰাখিব লগা হৈছে। নহ'লে তাক মান্তি কৰোৱা কম কথা নহয়। চম্পাই তাক মনাব নোৱাৰি কিমান বা মাৰিছে, কিমান বা খং কৰিছে। মিছাতে সৰু ল'ৰাটোৱে এনেয়ে শাস্তি ভুগিছে। বিদ্ৰূপে কিজানি মালিকৰ তালৈ যাওঁ যাওঁ বুলি কম উৎপাত কৰিছেনে? কাশ্যপে মনতে ভাবিলে— দেউতাক সকলো খুলি কৈ দিওঁ নেকি? মোৰ ইযাত এখন সৰু সংসাৰ আছে, পত্নী আৰু এটা কণমানি ধুনীয়া ল'ৰা আছে। আমাৰ পৰিয়ালৰ কাকো এই সংসাৰখনৰ বিষয়ে জনাব পৰা নাই দেখিয়েই মই এই সংসাৰখনক সমাজত স্বীকৃতি দিব পৰা নাই। মই এয়া কিমান ডাঙৰ অপৰাধ কৰিছোঁ, কেৱল মইহে জানো। এই পাপৰ পৰা মই জানো কেতিয়াবা মুক্তি পাম। এইবোৰ ভাবি থাকোঁতেই দেউতাকে মাত লগালে—

'কাশ্যপ ভিতৰলৈ আহ, মুকুন্দই চাহ দিছে।'

দেউতাকৰ মাতটো শুনি সি উচপ খাই উঠিল। যি ভাবি আছিল সকলো মনতে বিলীন হৈ গ'ল। তাৰ মনৰ কথা আঁৰতে লুকাই থাকিল। কথাটো দেউতাকক জনাবলৈ সি কোনোপধ্যেই পৰিস্থিতিৰ লগত নিজকে খাপ খুৱাব নোৱাৰিলে। চাহৰ পিয়লাত মুখ দি দি সি সেইখিনি সময় তেনেকৈয়ে কটালে।

পিছদিনাখনো একেই পৰিস্থিতিৰ সৃষ্টি হ'ল। সি মালিকৰ ঘৰলৈ যাবলৈ হুলস্থূল কৰিলে। সেয়ে চম্পাই ভাবিলে— তাক বাগানৰ বাহিৰৰ পৰাই এপাক ফুৰাই আনিব লাগিব। সেয়ে তাই বিদ্ৰূপক লৈ বাগানৰ আনটো ৰাস্তাৰে ওলাই গ'ল, যাতে মালিকৰ বাংলোটো যাওঁতে বাটত নাপায়। বিদ্ৰূপে যাওঁতে ঠিকেই গ'ল, কিন্তু ফুৰি মেলি ঘূৰি আহোঁতে মাকক হাতত ধৰি টান মাৰি বাংলোৰ বাটেৰে যাবলৈ তত নোহোৱা কৰিলে। মাকে উপায় নাপাই বাংলোৰ আগেৰে যোৱা

বাটটোৰেদি যাবলৈ বাধ্য হ'ল। সেই সময়তে বাংলোৰ গেটখন খুলি মুকুন্দই গেটৰ কাষতে থকা ডালিম গছডাললৈ চাই আছিল। এনেতে চম্পাই মুকুন্দক দেখি সুধিলে—

'মুকুন্দ, কি কৰিছা?'

'এহ, কালি ইয়াতে পুৰঠ ডালিম এটা দেখিছিলো, আজি নাই। কোনোবাই লৈ গ'ল যেন পাওঁ।'

এনেকৈ কথা পাতিছেহে মাত্ৰ, কেতিয়ানো বিদ্ৰূপে চম্পাৰ হাত এৰি বাংলোলৈ বুলি লৰ মাৰিলে, চম্পাই টলকিবই নোৱাৰিলে। মুকুন্দই বিদ্ৰূপলৈ চাই চাই হাঁহি থাকিল। মুকুন্দই ক'লে—

'চম্পা, সি এতিয়া ইয়াতে থাকক।পিছবেলা তুমি কামলৈ আহিলে লৈ যাবা।'

চম্পাই ক'লে— 'হ'ব বাৰু; পিছবেলা আহি মই লৈ যাম।'

মুকুন্দই হাতত ধৰি তাক ভিতৰলৈ নিলে। মুকুন্দৰ হাতত সৰু ল'ৰাটো দেখি উমা বৰুৱাই সুধিলে—

'এইটো কাৰ ল'ৰা অ' মুকুন্দ?'

'আমাৰ মালীৰ জীয়েকৰ।'

'বাহঃ মালীৰ জীয়েকক বিয়া দিলে। মালী ককাকো হ'ল।'

মুকুন্দই একো মাত নামাতিলে। সেই সময়তে কাশ্যপে ভিতৰৰ পৰা আহি মুকুন্দক ক'লে—

'মুকুন্দ, ইয়াক আকৌ আনিলি, আমনি কৰিব নহয়।'

সৰু মালিকৰ কথাবাৰ শুনি তাৰ মন যেয়া লাগি গ'ল। উমা বৰুৱাই ক'লে—

'কেলেইনো তেনেকৈ কৈছ? চা কথাবাৰ শুনি সি বুজি পালে। দেখিছনে কেনেকৈ মন মাৰি আছে।'

উমা বৰুৱাই বিদ্ৰূপৰ সেমেন-সেমেনিকৈ থকা মুখখনলৈ চাই সুদিলে—

'ঐ ল'ৰা, তোৰ নামটো কি?'

সি সেমেনা-সেমেনিকৈ ক'লে— 'বিদ্ৰূপ।'

'বাহঃ বৰ ধুনীয়া নাম। বালিজান চাহ বাগিচাত এইটোৱেই প্ৰথম ধুনীয়া

নাম শুনিলো। তোৰ বাবাই দিছে নে মায়ে দিছে এই নামটো?'

সি একো নামাতিলে।

'ঐ ল'ৰা, তোক কি সুধিছো ক' আকৌ।'

সি লাহে লাহে ক'লে— 'মায়ে দিছে।'

উমা বৰুৱাই সহজে ল'ৰা-ছোৱালীক মৰম নকৰে বা কথাও নাপাতে। তেনেক্ষেত্রত দেউতাকে বিদ্রূপৰ লগত কথা পতা দেখি কাশ্যপ আচৰিত হ'ল। সেই সময়তে মুকুন্দই আহি বিদ্রূপৰ হাতত ধৰি ক'লে—

'মালিক, তাক মোৰ ওচৰতে বহুৱাই থওঁগৈ নহ'লে। এতিয়াহে দেখিছে তাক ঠাণ্ডা, অলপ দেৰিৰ পিছতে তাৰ উৎপাত কি চাব।'

উমা বৰুৱাই ক'লে— 'তেনেহ'লে লৈ যা মুকুন্দ। তোৰ ওচৰতে থাকিবলৈ দে।'

উমা বৰুৱাই পুনৰ ক'লে—'ই বৰ ধুনীয়া ল'ৰা হ'ব। যা, মুকুন্দৰ ওচৰতে বহি থাকগৈ।'

মুকুন্দই ভাত-পানী বাঢ়ি থাকোঁতে সি ৰান্ধনি ঘৰৰ মূঢ়া এটাতে বহি থাকিল। সি যেন সকলো গম পাইছে, হুলস্থূল কৰিলে দিগদাৰি হ'ব। সেয়ে সি চুপচাপকৈ বহি থাকিল। ইফালে কমত কাশ্যপ আৰু দেউতাক কথা পতাত ব্যস্ত। মুকুন্দই ভাত-পানী মেজত সজাই দি দুয়োকে মাতিলে। দুয়ো কথা পাতি পাতি ভাতৰ মেজত বহিলহি। কাশ্যপে কিন্তু কথাৰ মাজতে মুকুন্দক সুধিলে—

'বিদ্রূপক ভাত দিলি নে নাই?'

মুকুন্দই ক'লে— 'মালিক দি আহিছো। সি ভাত খাই আছে।'

মুকুন্দ ওলাই যোৱাৰ লগে লগে দেউতাকে ক'লে— 'বুজিছ কাশ্যপ, এটা কাম কৰা মানুহে আন এটা কাম কৰা মানুহলৈ কেতিয়াও নাপাহৰে। লাগে মালিককেই পাহৰিব। তাতে সি মালীৰ নাতিনীয়েক। তই নক'লেও সি দিবই। কথাটো শুনি কাশ্যপৰ বেয়া লাগিল। যিমান যি নহওক, সি কাশ্যপৰ পুত্ৰ। এতেকে বৰুৱা পৰিয়ালৰ নাতিনীয়েক। তেনেকুৱা এটা কথাত বিদ্রূপক লৈ কিবা এটা মন্তব্য কৰা মানে কাশ্যপক কোৱা একেই কথা। কাশ্যপ সেইখিনি সময়ত একেবাৰে উত্তেজিত হৈ গৈছিল। তাৰ এনেকুৱা লাগিছিল যেন সি দেউতাক উমা বৰুৱাক বিদ্রূপৰ পৰিচয় দিয়েই দিব। কিন্তু খন্তেক থমকি ৰৈ সি চিন্তা কৰি চালে— উত্তেজিত হৈ এইবোৰ কথা দেউতাকৰ আগত বকলা মেলিলে দেউতাকেনো তাক

বাগানত থাকিবলৈ দিবনে? খন্তেকতে নি কোন ধুবুৰী পোৱাবগৈ ঠিক নাই। তাতে যি একা-চেকা মানুহ। চম্পাকো এনেয়ে এৰিবনে! সিহঁতৰ ঘৰখনো সেই অঞ্চলৰ পৰাই উঠাই দিব। চম্পাইতেও জোলোকা জোলোকে শিকিব। তাতে পৰিয়ালৰ আনবোৰতো আছেই— দাদাক, মাক, বায়েক সেইবোৰেতো গম পালে তাক বাগানৰ পৰা এসপ্তাহৰ ভিতৰতে নি ছোৱালী চাই বিয়া পাতি দিব। কাশ্যপে ভাবিলে— খণ্ডৰ নামেই চণ্ডাল। ধৈৰ্যৰ বাহিৰে আৰু আন উপায় নাই। এইবোৰ ভাবি ভাবি সি ভাত খাই কেতিয়া শেষ কৰিলে, ভাতৰ মেজৰ পৰা কেতিয়া উঠিলে গমকে নাপালে। ভাতৰ মেজৰ পৰা উঠি গৈ উমা বৰুৱাই শোৱা কোঠালিটোতে থকা আৰামী চকীখনত বহিলগৈ। কাশ্যপেও দেউতাকৰ পিছে পিছে গৈ দেউতাকৰ কোঠালিৰ বিছনাখনতে বহিলগৈ। কাশ্যপক দেখি দেউতাকে ক'লে—

'বুজিছ কাশ্যপ, মাৰে মোক ইয়ালৈ পঠিয়াইছিল তোক কথা এটা সুধিবলৈহে।'

কাশ্যপে আচৰিত হৈ সুধিলে— 'দেউতা কি কথানো?'

'তাৰ মানে মা সোমবাৰে দুলীয়াজানলৈ যাব অতনুৰ ছোৱালী চাবলৈ। তোৰো যদি একো আপত্তি নাই, তোৰো ছোৱালী চাব।'

'দেউতা এয়া কি কৈছা? মাজু দাদা মোতকৈ পাঁচ বছৰৰ ডাঙৰ। সেয়ে মাজু দাদাৰ বিয়া যেতিয়া এতিয়া পাতিবলৈ ওলাইছা, সেই হিচাপে মোৰ আৰু পাঁচ বছৰৰ পিছতহে বিয়াৰ সময় হ'ব।'

বাপেক পুতেকে এইবোৰ কথা পাতি থাকোঁতেই চম্পাই বিদ্ৰূপক নিবলৈ আহি কথাবোৰ শুনি কৰিড'ৰতে অলপ সময় মনে মনে থিয় হৈ থাকিল। কাশ্যপে কিন্তু চম্পা অহা গমকে নাপালে। চম্পাই এটা কথা শুনি বৰ সন্তুষ্ট হ'ল যে দেউতাকে কাশ্যপক বিয়াৰ প্ৰস্তাৱ দিওঁতে কাশ্যপে অগ্ৰাহ্য কৰিলে। যি কি নহওক চম্পাৰ কাৰণে সেইটোৱেই এটা মনৰ শান্তি। চম্পাই মুকুন্দৰ ওচৰৰ পৰা বিদ্ৰূপক লৈ গ'ল। চম্পাই ঘৰলৈ গৈ থাকোঁতে এটা কথাই ভাবি গ'ল— সৰু মালিকে নিশ্চয় বিদ্ৰূপ আৰু তাইৰ কথা চিন্তা কৰিয়েই দেউতাকে দিয়া বিয়াৰ প্ৰস্তাৱ নাকচ কৰিলে। সৰু মালিক আচলতে ভালেই মানুহ, মই এনেয়ে নিঠুৰ বুলি ভাবো। আচলতে ধনী মানুহ নহয়, বুজিবলৈকে টান লাগে। আমি তেওঁলোকৰ মহিমা বুজিবকে নোৱাৰো। এতিয়াতো আমাৰ ঘৰখন সৰু মালিকেই চলাই আছে। বাবা ইমান দিন আহিব পৰা নাই, তথাপি তেওঁ দৰমহা ঠিক মতেই দি আছে।

আজিলৈকেতো একো কোৱা নাই। নহ'লে যে আমি পেটত গ্যমোচা বান্ধিব লাগিলহেঁতেন। আচলতে তেওঁ মানুহ ভালেই, মইহে ধৰিব পৰা নাই। বাগিচাৰ মানুহে সেই কাৰণেই তেওঁক ভাল পায়। এইবোৰ চিন্তা কৰি কৰি গৈ থাকোঁতে তাই কেতিয়া ঘৰ পালেগৈ গমকে নাপালে।

ইফালে আকৌ পিছদিনা উমা বৰুৱা যাবলৈ ওলাল। কাশ্যপেও আগৰ দৰেই নিজৰ গাড়ী লৈ দেউতাকক থ'বলৈ ওলাল। গাড়ীত উঠাৰ আগতেই কাশ্যপে দেউতাকক ক'লে—

'দেউতা, অহা দেওবাৰমানে মই ঘৰলৈ যাম। সোমবাৰমানে মই মাৰ লগত দুলীয়াজানলৈ যাম, মাক ক'বা। মোৰ ঘৰত থকা কাপোৰবোৰ মাক ঠিক-ঠাক কৰাই থ'ব ক'বা।'

'এহ, মাৰে সকলো কাপোৰ ড্ৰাইক্লিন কৰাই ঠিক কৰি থৈছে। তোলৈ নতুন টাই দুডালো কিনি থৈছে। তই জানই দেখোন, মাৰ এইবোৰ কামত কিমান হুচিয়াৰ।'

কথা শেষ হ'লত দুয়ো গৈ নিজৰ নিজৰ গাড়ীত উঠিল। দেউতাকৰ গাড়ীখন ড্ৰাইভাৰে আৰু কাশ্যপৰ গাড়ীখন কাশ্যপে নিজেই চলালে। কাশ্যপে দেউতাকক টাউনলৈ আগবঢ়াই দি দেউতাক যোৱাৰ পিছত টাউনত অলপ বজাৰ-সমাৰ কৰি আকৌ বাংলো পালেহি। ভাত-পানী খাই আগৰ দৰেই ফুলনিত বহিলগৈ। ফুলনিত বহি থাকোঁতে কাশ্যপৰ মূৰত এটা কথাই খুন্দিয়াই থাকিল। সেয়া হৈছে বিয়াৰ কথা। এইবাৰ বাৰু কেনেবাকৈ সাৰি গ'লো। ইয়াৰ পিছৰবাৰত বাৰু কি হ'ব! দেউতা-মাইতেতো জোৰকৈ বিয়া কৰায়েই দিব। তাতে মই সিহঁতৰ ওপৰত একো মাত মাতিবও নোৱাৰো। সিহঁতৰ আগত চম্পা আৰু বিদ্ৰূপৰ কথাটো ভুলতো উলিয়াব নোৱাৰো। ইফালে, মই বিয়া পাতি নতুন কইনাক কেনেকৈ বাগানলৈ আনিম। বাগানৰ ইমান ডাঙৰ বাংলোটোত নতুন কইনাজনী নাৰাখি আৰু ক'ত ৰাখিম। তদুপৰি, বাংলোত থাকিলে চম্পাই জানো চাই থাকিব পাৰিব। তায়োতো খণ্ডতে উত্তেজিত হ'ব। তাই যদি আহি নতুন ছোৱালীজনীৰ আগত ?ক দিয়ে, তেতিয়া ছোৱালীৰ পৰিয়াল আৰু এইফালে বাগানৰ মানুহ আটায়ে মিলি মোক জানো সুদাই এৰিব। মই কিজানি পুলিচৰ পাক-চক্ৰত সোমাব লাগিব। লগতে সকলোতে দপদপাই থকা নামজ্বলা বৰুৱা পৰিয়ালৰ মান-সন্মান, গৌৰব, সকলো নিমিষতে হেৰাই যাব। সকলোৱে মোক থু পেলাব। এইবোৰ চিন্তাই তাৰ মূৰটো গধুৰ কৰি পেলালে। মাজে মাজে তাৰ নিজৰ ওপৰতো খং উঠিল— এদিন। ইমান ডাঙৰ ভুলৰ কাৰণেই আজি তাৰ গোটেই জীৱনৰেখাই সলনি হৈ

গ'ল। অৱশেষত সি নিজকে নিজে সান্ত্বনা দিলে। তাৰ বিয়ালৈ বহু দিন আছে। এতিয়া ইমান মুৰ ঘমোৱাৰ কোনো কাৰণ নাই। সময়ৰ কথা সময়ত। এইখিনি কথা ভাবি উঠিছেহে মাত্ৰ, ইফালে চম্পা আৰু বিদ্ৰূপ আহি হাজিৰ। চম্পাই ক'লে—

'সৰু মালিক, এইকেইদিন গাখীৰ কমকৈ দিম, আমাৰ গৰু এজনীৰ বেমাৰ হৈছে।

কাশ্যপে ক'লে— 'হ'ব দে।'

বিদ্ৰূপেও ফুলনিত খেলি থাকিল। সি ফুলনিৰ মাজত দৌৰি বৰ ভাল পায়। বিষ্ণুও জীয়েক আৰু নাতিনীয়েকৰ লগত একেলগে ওলাই আহিল কামলৈ বুলি। বিষ্ণুক দেখি কাশ্যপে সুধিলে— 'অসুখ সম্পূৰ্ণৰূপে ভাল পালা জানো? ফুলনিত কাম কৰিব পাৰিবানে?'

'হ'ব মালিক, পাৰিম। দেহাটোৰো মালিক একো ঠিকেই নাইকিয়া হ'ল। দুদিন যদি ভাল, দুদিন বেমাৰ।'

সেই সময়তে চম্পা আৰু বিদ্ৰূপে আহি ক'লেহি— 'মালিক আমি গাইজনী ডাক্তৰৰ ওচৰলৈ নিব লাগে।'

কাশ্যপে ক'লে— 'যা যা।'

সিহঁতো ঘৰলৈ গ'ল আৰু কাশ্যপো ফুলনিৰ পৰা উঠি আহিল।

পিছদিনা পুৱাই বিদ্ৰূপ আৰু চম্পা আহিল। সিহঁতক দেখি কাশ্যপ আচৰিত হ'ল। সেয়ে কাশ্যপে সুধিলে— 'কি কথা তহঁতি যে আজি পুৱাই পুৱাই আহিছি?'

'হয় মালিক, এটা জৰুৰী কামতহে আহিলো। মালিক বিদ্ৰূপক স্কুলত নামভৰ্তি কৰি দিব লাগে।'

'হ'ব বাৰু; মই তাক বাগানৰ স্কুলখনলৈ লৈ যাম। কিন্তু আজি মই নোৱাৰো, কাৰণ আজি মই ঘৰলৈ যাম। ঘৰৰ পৰা আহিয়েই মই তাক স্কুললৈ নি নামভৰ্তি কৰাই দিম। স্কুলত নামভৰ্তি কৰোৱাৰ পিছত তই মোৰ লগতে থাকিব লাগিব। মই তোক পঢ়াম। পাৰিবি নে নোৱাৰ মাৰক এৰি থাকিবলৈ?'

বিদ্ৰূপে লাজ লাজকৈ ক'লে— 'থাকিম মালিক।'

কাশ্যপৰ কথাবাৰ শুনি চম্পায়ো পুতেকলৈ চাই মিচিকিয়া হাঁহি এটা মাৰিলে। কথাবাৰত তায়ো ভাল পালে। বাপেক হিচাপে সৰু মালিকে অন্ততঃ পুতেকৰ দায়িত্ব অলপ বুজি পাইছে। সৰু মালিকৰ কথা-কাণ্ডবোৰ তাইৰ

এইকেইদিন বৰ ভাল লাগিছে। চম্পাই মনে মনে ভাবিলে— কাশ্যপৰ অন্তৰ আচলতে বহলেই। নহ'লেনো সি তাইক ইমান সহায় কৰেনে? কাশ্যপ যাবলৈ সাজু হ'ল। চম্পা আৰু বিদ্ৰূপে জোতা চাফা কৰি দিলে। কাপোৰবোৰ ছুটকেছত কাশ্যপে নিজেই ভৰালে। মুকুন্দও কাশ্যপৰ লগতে যাব। কাশ্যপে চিঞৰিলে—

'মুকুন্দ জীপখন চাফা কৰিলি নহয়?'

'হয় মালিক, শুই উঠিয়েই প্ৰথম জীপখনেই চাফা কৰিলো।'

মুকুন্দই পুনৰ মাত লগালে— 'মালিক জলপানখিনি খাই লওক।'

'মই খাম। মুকুন্দ তই খালি নে নাই?'

'নাই খোৱা মালিক।'

'খাই লগে।'

দুয়ো খাই-বৈ আজৰি হৈ জীপত উঠিল। চম্পা আৰু বিদ্ৰূপে জীপৰ পিছে পিছে লাহে লাহে দৌৰি থাকিল। সিহঁতক দৌৰি থকা দেখি কাশ্যপে জীপখন লাহে লাহে চলালে। অলপ দূৰ যোৱাৰ পিছত 'যাওঁ' বুলি কৈ কাশ্যপে জীপৰ গতি বঢ়াই দিলে। সিহঁত বাগানৰ আলিবাটটোৰ মাজত বৈ জীপখন নেদেখা হোৱালৈকে চাই থাকিল। জীপখন নেদেখা হোৱাতহে সিহঁত উভতিল। মাজে মাজে চম্পা আৰু বিদ্ৰূপে মানুহ নথকা ঘৰটোকে চাবলৈ আহে। এনেকৈয়ে দুদিন তিনিদিন গ'ল। চাৰিদিনৰ দিনা বাংলোৰ দৰজাখন খোলা দেখি মালিক আহিল বুলি দুয়ো বাংলোৰ ভিতৰ পালেহি। বাংলোৰ ভিতৰ পায়েই দেখিলে ৰামলালে ঘৰ সাৰি আছে। ৰামলালে ক'লে—

'অ' তহঁতে মালিক আহিছে বুলি ভাবিছ। নাই অহা, মইহে দৰ্জাখন খুলি অলপ চাফা কৰি আছো। মালিক কালি বা পৰহি আহিব।'

চম্পা আৰু বিদ্ৰূপ অলপ সময় বাংলোৰ বাৰাণ্ডাতে থিয় হৈ থাকিল। অলপ সময় বৈ মাক, পুতেক দুয়োটাই বাংলোৰ পৰা আমন-জিমনকৈ গুচি আহিল। বাংলোৰ সন্মুখৰ বাটটোৰেদি আহি থাকোঁতে বাগানৰ ভিতৰত ৰমলা, ৰশ্মি আৰু ৰেখাক দেখিলে। সিহঁতক দেখি চম্পা আৰু বিদ্ৰূপ বাগানৰ ভিতৰলৈ সোমাই গ'ল। সিহঁতে ইটো-সিটো গান গাই চাহপাত তুলি থকা চম্পা আৰু বিদ্ৰূপে চাই থাকিল। সিহঁতলৈ চাই বৈ থকা চম্পাক দেখি ৰশ্মিয়ে ক'লে — 'তইভিতো চাহপাত তুলিবলৈ আহিব পাৰ। তোৰ মাও তাইটো তুলিছিল।'

'এ ইমান সময়নো মই ক'ত পাওঁ। দিনৰ দিনটো গৰু চৰাওঁ, গাখীৰ বিক্ৰী

কৰো, মালিকৰ বাংলোতো কাম কৰো আৰু ঘৰৰ কামতো আছেই। চাহপাত তুলিনো কোনে বেয়া পায়।'

ৰশ্মিয়ে ক'লে— 'হয়, তোৰ বহুত কাম। নহ'লেনো তই নহাকৈ থাকিবিনে?'

এনেকৈয়ে অলপ সময় চাহপাত তোলা চাই দুয়ো লাহে লাহে ঘৰমুৱা হ'ল। সিহঁতৰ এটাই চিন্তা— সৰু মালিক কেতিয়া আহিব। দুদিনমান যোৱাৰ পিছতে কাশ্যপ আহিল। কাশ্যপ অহা গম পাই 'সৰু মালিক আহিল আহিল' বুলি মাক-পুতেক দুয়োটাই ঘৰৰ পৰা ঢাপলি মেলিলে। কিন্তু সৰু মালিক শুই থকা দেখি সিহঁতে একো হুলস্থূল নকৰি লাহে লাহে গুলাই আহিল। পিছদিনা সিহঁতে আকৌ বাংলোলৈ গ'ল। কাশ্যপে চম্পা আৰু বিদ্রূপক দেখি ক'লে— 'তহঁতে কালি নাহিলি কেলেই?'

'আহিছিলো মালিক, আপুনি শুই থকা দেখি একো মাত নমতাকৈ লাহে লাহে গুচি গ'লো।'

কাশ্যপে কিবা এটা টোপোলা বিদ্রূপৰ হাতত দি ক'লে— 'চা, বিদ্রূপ তোলৈ কি আনিছো? স্কুলত নাম লগাবি নহয়, সেই কাৰণে ইউনিফৰ্ম আনিছো আৰু এইযোৰ জোতা।'

চম্পাই কাপোৰযোৰৰ বুটাম খুলি বিদ্রূপক পিন্ধাই দিলে আৰু জোতা-মোজাও পিন্ধাই দিলে। চম্পাই বিদ্রূপলৈ চাই ক'লে—

'ইমান ধুনীয়া লাগিছে নহয় মালিক। একদম চাহাবৰ বেটা।'

কথাবাৰ শুনি কাশ্যপ উচপ খাই উঠিল। কাশ্যপেও ক'লে— 'হয়, বৰ ধুনীয়া লাগিছে।'

কাশ্যপে বিদ্রূপক ক'লে— 'এইযোৰ অকল স্কুললৈ যাওঁতে পিন্ধিবি দেই। ঘূৰিবলৈ যাওঁতে আকৌ নিপিন্ধিবি। তোক আজিয়েই মই স্কুলত নাম লগাই দিম।' সেই বুলি কৈ কাশ্যপে তাক জীপেৰে স্কুললৈ লৈ গ'ল। কাশ্যপক দেখি কোনেও একো প্ৰশ্ন নকৰিলে। লগে লগে নামভৰ্তি হৈ গ'ল। বিদ্রূপে মাজে মাজে মাকৰ লগত আৰু মাজে মাজে মালিকৰ লগত থাকে। লাহে লাহে পঢ়াৰ হেঁচা বিমানেই বাঢ়ি আহিল, সি মাকতকৈ কাশ্যপৰ লগতহে থাকিব লগা হ'ল। বিদ্রূপ সকলোফালৰ পৰাই খুব ভাল। পঢ়াত, কামত, খেলত কোনোটোতে তাক কোনেও চেৰ পেলাব নোৱাৰে। বিদ্রূপ চোকা, অমায়িক আৰু নম্ৰ স্বভাৱৰ হেতুকে স্কুলৰ

শিক্ষক-শিক্ষয়িত্রীয়েও তাক বৰ মৰম কৰে।

বিদ্রূপে মালিকৰ ঘৰত যিমান পাৰে কাম কৰি দিয়ে। তাক অনবৰত কাম কৰি থকা দেখিলে কাশ্যপে গালি পাৰে। কাশ্যপে কেৱল বুজায়— তই পঢ়া ল'ৰা পঢ়াত মন দে। সি মুখেৰে একো নকয়। সি মুঠতে যিমান পাৰে কাম-বনখিনি কৰিবই। বিদ্রূপৰ আচল কথা হ'ল— সি পঢ়া শুনাত ভাল হৈছে কেৱল সৰু মালিকৰ বাবেই। সৰু মালিক নথকা হ'লে সি ইমান চোকা আৰু ইমানখিনি ক'ত পঢ়িব পাৰিলেহেঁতেন। সেয়ে সি কাশ্যপক দেৱতা যেন দেখে। সি এটাই মাত্র ভাবে— সৰু মালিক নথকা হ'লে তাৰ কি অৱস্থা হ'লহেঁতেন। সৰু মালিকৰ আগত সিতো পথৰ ভিক্ষাৰী। কাৰণ তাৰতো বাপেক নাই। তাতে মাকো দুখীয়া। তাৰ বাপেকৰ ৰহস্যহে সি কাহানিও বুজি নাপালে। কাৰণ গাঁৱৰ বিয়া-বাৰু খাবলৈ গ'লে কোনোবা অচিনাকি মানুহে তাক ধুনীয়া দেখি তাৰ নাম সোধে, তাৰ পিছতে তাৰ বাপেকৰ নাম সোধে। তেতিয়া গাঁৱৰ মানুহবোৰে তালৈ চাই কিবা ফিচিঙা-ফিচিঙি কৰে। সেইবোৰ কাৰণতে সিয়ে-মাকে গাঁৱৰ বিয়া-সবাহ প্রায় এৰাই চলে। সি কেতিয়াবা মাকক তাৰ বাপেকৰ কথা সুধিলে মাকে অন্য কথা উলিয়াই তাৰ ওচৰৰ পৰা চেগ বুজি গুচি যায়। কেতিয়াবা তাৰ সমনীয়াবোৰে তাক কয়— 'তোৰ হেনো বাপেৰ নাই। তই হেনো জহৰা'। অথচ সৰু ল'ৰাবোৰেও সেইটো শব্দৰ অৰ্থ নাজানে। ডাঙৰবোৰে কোৱা শুনিয়েই সিহঁতে তাক কয়। লগৰবোৰে ক'লে তাৰ বৰ বেজাৰ লাগে। সেয়ে সি সেইদিনা মনটো মাৰি থাকে আৰু মাজে মাজে বেজাৰতে কান্দেও। সি আচৰিত হয়— আটাইৰে বাপেক আছে। সি আকৌ বাপেক নোহোৱাকৈ হ'ল কেনেকৈ? অপূৰ্বৰ বাপেক মৰিল, তাকতো কোনেও নোজোকায়— বাপেক নাই বুলি; কিন্তু মোক কিয় জোকায়। সেইবোৰ কাৰণতে সি আনৰ লগত মিলিবও নোৱাৰে। যিমান পাৰে সি লগ-সঙ্গ এৰাই চলে। এইবাৰ কথাই তাৰ মগজুত ইমানকৈ আঘাত দিয়ে যে কেতিয়াবা লগৰ ল'ৰাকে বেয়াকৈ মাৰি দিবলৈ মন যায়। সেয়ে সি লগ-সঙ্গৰ পৰাই যিমান পাৰে আঁতৰিয়েই থাকে। এদিনাখন আকৌ ওচৰৰ মাধন নামৰ মানুহজনীয়ে বাৰীত গৰু সোমোৱালৈ চম্পাৰ লগত কাজিয়া লাগিল। কাজিয়াও ক্রমান্বয়ে বাঢ়ি গৈ থাকিল। তাতে মাধন বৰ চাৰ মানুহ, মুখখন লাওপাত কচুপাত। চম্পাই লাহে লাহে ক'লে— 'জীৱ-জন্তুহে, কিমাননো পিছে পিছে ঘূৰি থাকিম।' এই কথাবাৰ শুনিলেহে মাত্র— 'কি ক'লি, কি ক'লি তেজ খাইতী, আমাক দোষ নিচিনা পাইছ? তইহে বিয়া নোহোৱাকৈ ল'ৰা জন্ম দিছ? তোৰ নিচিনা 'জহৰা' আমি পোৱা নাই নহয়।' ইফালে মাকলৈ

চাই বিদ্ৰূপ বৈ আছে। চম্পাৰো দুচকু ওপচি পৰিল। তথাপি তাই কেট-কোট নকৰাকৈ সাত গোষ্ঠী উজাৰি গালি পাৰিলে। তাইৰ মুখখন বেয়া বুলি আটায়ে জানে। তাই কাৰোবাৰ লগত লাগিলে হোৱাই নোহোৱাই আটাইবোৰ গাই যায়। অলপ পিছত চম্পাই নিজেই ভাবিলে ইয়াত বৈ থাকি লাভ নাই, সেয়ে তাই পুতেকক ক'লে— 'ভিতৰলৈ ব'ল। এইবোৰ শুনি থাকিব নালাগে।' বিদ্ৰূপক কিন্তু মাকে সেইখিনি ঠাইৰ পৰা আনিব নোৱাৰিলে। মাকে তাৰ হাতত ধৰাৰ লগে লগে সি তাৰ হাতখন মাকৰ হাতৰ পৰা আচাৰ মাৰি দিলে। তাতে বৈ বৈ বিদ্ৰূপে একান্ত মনে মাধনৰ গালি শুনি গ'ল। সি যেন মাধনৰ গালিৰ পৰা সেইদিনা কিবা ৰহস্যহে উদ্‌ঘাটন কৰিবলৈ ওলাইছে। মাধনৰ গালিয়ে তাক ভাবুক কৰি পেলালে। সেয়ে সি কেইবাদিনো দেউতাকৰ সম্ভেদ বিচাৰি মাকক নানা প্ৰশ্ন কৰিলে। মাকেও চেগ বুজি কেতিয়াবা এৰি থৈ গ'ল বুলি কয়। কেতিয়াবা ক'ৰবাত যাওঁতে হেৰাই গ'ল বুলি কয়। এনেকৈয়ে নানা উত্তৰ দি বিদ্ৰূপৰ পৰা হাত সাৰিবলৈ বিচাৰিলে। এইবাৰ তাৰ মনত নতুন বুদ্ধি খেলালে। সেয়ে এইবাৰ সি চম্পাক তাৰ দেউতাকৰ নাম সুধিলে। চম্পাই তপৰাই ক'লে— 'কনক।'

এইবাৰ সি অলপ সকাহ পালে। কেইদিনমান যোৱাৰ পিছত তাৰ আকৌ সন্দেহ হ'ল। কিজানি মাকে তাক নামটো এনেয়ে ক'লে। সেয়ে সি মাকক আকৌ দেউতাকৰ নামটো সুধিলে— আগতে কোৱা নামটো মাকে পাহৰি গ'ল। সেয়ে মাকে অলপ ভয়ে ভয়ে ক'লে— 'কপিল।' এইবাৰ মাকৰ ওপৰত তাৰ খং উঠি গ'ল।

'যি বাবাই তোক ঠগাই গ'ল, যি বাবাই মোক এৰি গ'ল, সেই মানুহটোৰ নাম তই কিয় ইমান লুকুৱাই ৰাখ। সি কি দেৱতা নেকি? নে তাৰ নামটো ক'লে তোক মাৰি পেলাব। মাত্ৰ মোক তই তাৰ নামটো ক', মই তাক এদিন হ'লেও মজা দিম। তাক লগ পালে মই প্ৰথম এটা কথাই সুধিম— আমাৰ দোষ কি আছিল? আমাক কিয় তই এনেকৈ এৰি থৈ গ'লি। আনৰ বাপেকবোৰ লগত কেনেকৈ থাকে, তই যে আমাৰ লগত থাকিব নোৱাৰিলি?' মা, সি যদি একো উত্তৰ নিদিয়ে, মই তাক কি কৰো চাবি। বিদ্ৰূপৰ মুখত ইমান ডাঙৰ ডাঙৰ কথা শুনি মাকৰ মূৰটো ঘূৰাই গ'ল। লগে লগে তাই সংজ্ঞাহীন হৈ ঢলি পৰিল। মাক মাটিত পৰিবলৈ লওঁতেই সি সাবটি ধৰি বিচনালৈ লৈ গ'ল। চিঞৰিবলৈও ওচৰত কোনো নাই। সি বাল্টি এটাৰ পৰা পানী অলপ লৈ মাকৰ মুখত ছটিয়াই দিলে। মূৰতো অলপ দি দিলে। পানী দিয়া মাত্ৰকে মাকৰ জ্ঞান ঘূৰি আহিল। সি ক'লে—

'মা অলপ ভাল লাগিছেনে?' মাকে মূৰ দুপিয়ালে। সি মাকক ক'লে— 'মা, মই আৰু তোক কোনোদিন মোৰ বাবাৰ কথা নোসোধো। পৃথিবীত তোৰ বাহিৰে আপোন মোৰ কোন আছে। তয়েতো মোক জন্মতে ক'ৰবাত এৰি দিব পাৰিলিহেঁতেন। মোক লৈ তই কত মানুহৰ কত কথা শুনিলি। তথাপিও তই মোক নিজে নাখাই হ'লেও মোক খুৱাই কত কষ্ট কৰি ডাঙৰ কৰিলি। মা মই আৰু তোক একো কথা নোসোধো, তই চিন্তা নকৰিবি। এইবোৰ কৈ সি মাকক সান্ত্বনা দিলে যদিও তাৰ অন্তৰত বাপেকৰ প্ৰতি ঘৃণা আৰু প্ৰতিশোধৰ জুয়ে দপ্‌দপাই থাকিল। সি মুঠতে বাপেকক এদিন নহয় এদিন বিচাৰি উলিয়াবই। সেয়ে সি লাহে লাহে মাধন নামৰ মানুহগৰাকীৰ ওচৰলৈ যাবলৈ ধৰিলে। মাক যেতিয়াই শোৱে বা ফুৰিবলৈ যায় সি লাহেকৈ মাধন জেঠাই, মাধন জেঠাই কৰি মানুহ গৰাকীৰ ঘৰ পায়গৈ। মাধনে কিবা কাম কৰি থাকিলে হাতত ধৰি— 'জেঠাই আপুনি বহক, ময়ে এই কামটো কৰি দিওঁ।' মাধনে আকৌ খং উঠিলেহে ৰুদ্ৰমূৰ্তি ধাৰণ কৰে, এনেয়ে আকৌ অন্তৰখন বৰ চাফা। লাহে লাহে মাধনেও বিদ্ৰূপক বৰ ভাল পোৱা হ'ল। সেয়ে এদিন সি চেগ বুজি মাধনক সুধিলে— 'জেঠাই 'জহৰা' মানেনো কি?'

তাই ক'লে— 'ছিঃ ছিঃ বোপাই। সেইবোৰ কি সুধিছ? কথা সুধিবলৈ নাপালি আৰু।'

'নাই জেঠাই, কোবাচোন নাজানো কাৰণেহে সুধিছো। কথাযাৰ সুধিমনো কাক? তুমি কথাযাৰ বুজাই নিদিলে মই আৰু তোমাৰ তালৈ নাহো।'

মাধনে উপায় নাপাই ক'লে— 'যিবোৰ ছোৱালী বিয়াত নবহাকৈ সন্তানৰ মাতৃ হয়, সেইবোৰৰ সন্তানক 'জহৰা' বোলে।'

'জেঠাই, মায়ো তেনেকুৱা নহয়?'

মাধনে ক'লে— 'নাই নাই নহয়।' মাধনৰ সেপ গিলি গিলি ডিঙি শুকাই গ'ল।

মাধনে পুনৰ ক'লে— 'বোপাইটো কথা নাপালি আৰু, বেলেগ কথা পাত।'

'নাই জেঠাই, আজি এইবোৰেই পাতিম। কাৰণ আপুনি এইবোৰ ভালকৈ জানে? সেয়ে মই আপোনাৰ পৰা জানিবলৈকে সদায় আপোনাৰ ওচৰলৈ আহো। এতিয়া জেঠাই আপুনি মোৰ বাবাৰ নামটো কওক। আপুনি বাবাৰ নামটো ক'লে আৰু আপোনাক মই একো কথাই নোসোধো।'

'কি কথাবোৰ সুধিছ। মই এইবোৰ একো নাজানো। কেনেকৈনো জানিম বাৰু?'

'নাই জেঠাই, আপুনি চব জানে।'

'মই সেইবোৰ একো নাজানো।'

'আপুনি মুঠতে মোক বাবাৰ নামটো কওক। আপুনি চব জানে। এনেয়ে নাজানো নাজানো বুলি কৈ আছে। মুঠতে আজি আপুনি মোৰ বাবাৰ নাম নোকোৱালৈকে মই আপোনাৰ ওচৰৰ পৰা নাযাওঁ।'

ইমান ঠাণ্ডা ল'ৰাটোৰ ইমান খং দেখি মাধন আচৰিত হ'ল। আজি যদি তাই বিদ্ৰূপৰ বাপেকৰ নাম ক'ব নোৱাৰে, তেতিয়া তাইক যেন বিদ্ৰূপে ডিঙি চেপি মাৰি পেলাব। আজিয়েই যেন এই পৃথিৱীত মাধনৰ অন্তিম দিন। সেয়ে তাই বিদ্ৰূপক ক'লে—

'চা বোপাই, মই শপত খাই কৈছো, মই সঁচাকৈয়ে তোৰ বাপেৰৰ নাম নাজানো। আনকি গাঁৱৰ সকলো মানুহকে সুধি চালেও তই গম পাবি। এই বিষয়ে কোনেও একো ক'ব নোৱাৰে। অকল এই কথাটো তোৰ মাৰেহে ক'ব পাৰিব।'

এতিয়া আৰু সি কেনেকৈ মাকক সুধিব। মাকক সুধিলেই দেখোন মাক অচেতন হৈ যায়। বিদ্ৰূপে ভাবিলে— তাৰ কষ্ট অথলে গ'ল। এনেয়ে মাধনৰ ঘৰলৈ আহি আহি বাটৰ বন মাৰিলে। তাৰ বিনিময়ত সি একো ফল নাপালে। সেয়ে অৱশেষত বাংলোলৈ বুলি ওলাল। মালিকক দেখাৰ লগে লগে তাৰ কিয় জানো বৰ লাজ লাজ লাগিল। সি ভাবিলে— মালিকে বা তাক বাপেক নোহোৱা ল'ৰা বুলি জানেনে নাজানে? যেতিয়াৰ পৰা সি তাৰ জন্মতত্ত্ব বুজি পালে, তেতিয়াৰ পৰা তাৰ নিজকে বৰ ঘিণ লগা হ'ল। এইবোৰ ভাবি ভাবি সি লাহে লাহে পঢ়া-শুনাতো বেয়া হৈ আহিল। কাশ্যপো আচৰিত হ'ল— ইমান পঢ়াশুনাত আগ্ৰহ থকা ল'ৰাটোৰ দিনে দিনে পঢ়াৰ প্ৰতি ধাউতি কমি গ'ল কিয়? পঢ়াত ইমান ভাল ল'ৰাটো কেনেকৈ ইমান বেয়া হ'ল। সেয়ে কাশ্যপে খঙতে তাক গালিও পাৰে। কিন্তু সি কাশ্যপৰ গালি এখন কাণেদি সুমুৱাই আনখন কাণেৰে উলিয়াই দিয়ে। সি ভাবে— সৰু মালিকৰনো কি দোষ। তাক সৰু মালিকে পঢ়ুৱাইছে। সেয়ে সি ভালকৈ নপঢ়িলে সৰু মালিকৰ কষ্টহে অথলে যাব। গতিকে সৰু মালিকে তাক গালি পৰাটো স্বাভাৱিক। কিন্তু তাৰ মনৰ সেই আচৰিত চিন্তাই তাক পঢ়াশুনা সকলোতে বাধা দিছে। সেয়ে সি তাৰ ৰহস্য উদ্‌ঘাটন কৰিব পাৰিলেহে পঢ়াশুনা সকলোতে মনোযোগ দিব পাৰিব। এইবোৰ ভাবি ভাবি সি ৰাতিটো ছট্‌ফটাই

থাকিবলৈ ধৰে। চকুপানীয়ে তাৰ গাৰু তিয়াই পেলায়। সি ভাবে— এনেকুৱা অকর্মণ্য জীৱনৰ গৰাকী সি কিয় হ'ব লাগে। তাৰ কাৰণে এনেকুৱা ঘৃণনীয় জীৱন কিয় কাম্য হ'ল? সি সাধাৰণ মানুহৰ নিচিনা কিয় নহ'ল? যাক সমাজে হাঁহিব নোৱাৰে। কিন্তু সি যে আজি সকলোৰে হাঁহিয়াতৰ পাত্র। সি দুখীয়া তথাপি সেই বিষয়টোক লৈ সি কোনোদিনে দুখ কৰা নাছিল। কিন্তু এতিয়া যি চিন্তাই তাৰ মনৰ মাজত আতঙ্কৰ সৃষ্টি কৰিছে, যিটো চিন্তাই তাৰ মান-সন্মান সকলো নিমিষতে চুৰমাৰ কৰিলে, সেই চিন্তাৰ পৰা সি কেনেকৈ মুক্তি পাব। অৱশেষত সি এটা কথাই ঠিৰাং কৰিলে— তাৰ জীৱনত পঢ়াশুনা, টকা-পইচা একো নালাগে। মাত্র এটা বস্তুৰেই লাগে— সেইটো হৈছে তাৰ বাপেক। তাৰ বাপেকৰ সঠিক পৰিচয় পালেই সি পৃথিৱীত জীয়াই থকাৰ সার্থক বুলি ভাবিব, নহ'লে তাৰ জীৱনেই অর্থহীন। সৰু মালিকক দেখিলে তাৰ মনলৈ এটা কথাই আহে— মালিক যেনেকৈ টকা-পইচাৰ ধনী, তেনেকৈ মান-সন্মানৰো অধিকাৰী। যাক দিছে ভগৱানে তাক অন্তৰ খুলি দিছে, আৰু যাক দিয়া নাই তাক একো দিয়া নাই। আমি টকা-পইচাতো যেনেকৈ দুখীয়া, তেনেকৈ মান-সন্মান সকলোতে দুখীয়া। য'ত যিমান ঘৃণনীয় কাম আছে, আমাৰ জীৱনতহে হয়। কি কুৎসিত-কদাকাৰ জীৱন আমাৰ। মুঠতে সি দিনে-ৰাতিয়ে কেৱল সেইবোৰ চিন্তাই কৰি থাকে। মাকক দেখিলে সেইবোৰ চিন্তাই তাৰ মনত প্রচণ্ড আঘাত কৰে। সেয়ে সি ঘৰলৈ প্রায় নোযোৱাই হ'ল। সৰহভাগ সময় বাংলোতে থাকে। সি কেতিয়াবা ভাবে— ঘৰলৈ একেবাৰে নাযাওঁ। কিন্তু মাকৰ শেঁতা মুখখনলৈ মনত পৰিলে যাবলৈ বাধ্য হয়। সি নগ'লেও মাক বাংলোলৈ আহে। সি স্কুলৰ পৰা আহি নোপোৱালৈকে মাকে তালৈ বাট চাই থাকে। সি মাকৰ লগত আগৰ নিচিনা হাঁহি-ধেমালি নকৰা হ'ল। আগতে সি স্কুলৰ পৰা আহি স্কুলত কি ঘটিলে এফালৰ পৰা মাকৰ আগত বিৱৰি কয়। এতিয়া কিন্তু সি মাকক দেখিলে মাকলৈ এবাৰ এনেয়ে চায় আৰু ভিতৰলৈ সোমাই যায়।

ইফালে আকৌ কাশ্যপৰো লাহে লাহে বয়স বাঢ়ি আহিল। দাদাকৰ বিয়া হোৱা ৬ বছৰ হৈ গ'ল। ঘৰখনত বিয়া পাতিবলৈ থকা মানুহ কেৱল কাশ্যপহে। দাদাক, মাক, বায়েক, বৌয়েক আটাইৰে কাশ্যপৰ বিয়াখন অতি ধুম-ধামেৰে পতাৰ ইচ্ছা। কাৰণ কাশ্যপেই ঘৰৰ নুমলীয়া। ইফালে, ৱাশ্বিংটনৰ পৰা বায়েক পৰীয়েও কাশ্যপলৈ ফোন কৰিলে— 'কাশ্যপ তোৰ ভালনে?'

'হয় পৰী বাইদেউ, ভাল। পৰী বাইদেউ তোমালোক কেতিয়া আহিবা?'

সেইফালৰ পৰা পৰীয়ে ক'লে— 'এতিয়া নাযাওঁ। কাৰণ এই বছৰতে হেনো

তোৰ বিয়া পাতিব; সেয়ে একেবাৰে তোৰ বিয়াতে অসমলৈ যাম। তই আকৌ ছোৱালী চাই থৈছ নেকি?'

কাশ্যপে লাহেকৈ ক'লে— 'নাই নাই।'

পৰীয়ে আকৌ ক'লে— 'শুন কাশ্যপ, মায়ে মোক বহু ছোৱালীৰ কথা কৈছে। তাৰে কোনজনী মই পচন্দ কৰো জান? হোটেল 'মেল্লাৰ' মালিকৰ জীয়েক। তাই ৱাশ্বিংটনলৈ এবাৰ আহিছিল মাক-দেউতাকৰ লগত। সিহঁতৰ দাদাক আমাৰ ওচৰতে থাকে। বৰ ভাল মানুহজন।'

ইফালে আকৌ সেইদিনাই দাদাকেও ফোন কৰিলে— 'কাশ্যপ, ভাতিজাইঁতৰ যে ইমান স্ফূৰ্তি তোৰ বিয়া বুলি শুনি। সিহঁতে তোৰ বিয়াত কি কৰিব, কি নকৰিব এতিয়াৰ পৰাই ঠিক কৰি আছে। সঁচাকৈয়ে এইখন বিয়াত বৰ স্ফূৰ্তি হ'ব। বৌৱেৰে এটা ডায়মণ্ডৰ ছেট আনিয়েই থৈছে। আগতে মোক কোৱা নাছিল, সেইটো কেলেই কিনিছে। এতিয়াহে গম পালো— সেইটো হেনো তোৰ কইনাক দিব। অহা মাহৰ দুই তাৰিখে মই আৰু দেউতা তোৰ তালৈ যাম। তেতিয়াই সকলো কথা পাতিম।'

সেই বুলি কৈ দাদাকে ফোনটো থৈ দিলে। একেবাৰতে ইমানখিনি খবৰ পাই কাশ্যপৰ মুৰে কাম নকৰা হ'ল। বহু সময় এনেয়ে টলকা মাৰি বহি থাকিল। কাশ্যপে ভাবিলে—এইবাৰ আৰু তাৰ ৰক্ষা নাই। এইবাৰ সি চম্পাক কি উত্তৰ দিব! এইবোৰ কথা গম পাই যদি চম্পাই হুৱা-দুৱা লগাই দিয়ে, তেতিয়া সি কি কৰিব। ৰাতিয়ে-দিনে এটা চিন্তায়েই তাৰ মন খুলি খুলি খালে। সি ভাবিলে— চম্পাক আটাইবোৰ খুলি কৈ দিয়াই ভাল নেকি? ঘৰৰ মানুহে তাৰ বিয়া পাতিবলৈ বৰ জোৰ কৰিছে। সিহঁতৰ কথাটো সি মানিবই লাগিব। তাৰতো এতিয়া একো উপায় নাই। সেয়ে তাই যেন এই বিষয় লৈ তাক জগৰীয়া নকৰে। কাশ্যপে ভাবিলে— চম্পাক আৰু এটা কথা কৈ দিম মই, তাইক জীৱনৰ সম্পূৰ্ণ খৰচ দিম। কিন্তু কি হ'ব? চম্পাই বাংলোলৈ কাম কৰিবলৈ আহিলেই কেইবাবাৰো সি কথাটো উলিয়াম বুলি ভাবিও উলিয়াব নোৱাৰিলে। এনেকৈয়ে দিন বাগৰি গ'ল। দুই তাৰিখ হ'বলৈ মাত্ৰ তিনিদিন বাকী। দেউতাক আৰু দাদাক আহিবৰে হ'ল। যিমানেই দিন চাপি আহিছে, সিমানেই কাশ্যপৰো চিন্তা বাঢ়ি আহিছে।

কাশ্যপে মুকুন্দক ক'লে— 'মুকুন্দ, ঘৰটো অলপ পৰিপাটিকৈ ৰাখিবি। কাইলৈ ২ তাৰিখ নহয়; ডাঙৰ মালিক আৰু দাদা আহিব। দাদা মানে সিও তইঁতৰ ডাঙৰ মালিকেই।'

মুকুন্দক কৈ থাকোঁতে কথাটো বিদ্রূপে শুনিলে। সেয়ে সি যিমান পাৰে ঘৰটো পৰিপাটিকৈ সজালে। বিদ্রূপ ঘৰ পৰিপাটি কৰাত এক নম্বৰ। সি বাগানৰ পৰা গোলাপ ফুল আনি ডাইনিং টেবুলখনৰ মাজত সজালে। বিছনা চাদৰবোৰ মুকুন্দ আৰু বিদ্রূপে ইস্ত্রী কৰি বিছনাত ফিট-ফিটিয়াকৈ পাৰিলে। কাশ্যপে জীপখন উলিয়াই টাউনলৈ বুলি সাজু হ'ল, লগত বিদ্রূপকো লৈ গ'ল। শাক-পাচলি, মাছ-মাংস, ফল-মূল যত যি পালে আটাইবোৰ কিনিলে। বিদ্রূপেও কিছুমান মনত পেলাই দিলে। বজাৰ কৰাৰ শেষত কাশ্যপে বিদ্রূপক এটা কলম কিনি দিলে। বিদ্রূপে ক'লে—

'মালিক, মোৰ কলম আছেই। নালাগে মালিক।'

'থাকিলেও ল।'

বিদ্রূপে ভাবিলে— এতিয়া মোৰ এটাই কাম— মাক ঠগোৱা মানুহটো বিচাৰি উলিওৱা। তাক যদি মই এবাৰ উলিয়াব পাৰো...। এইবোৰ ভাবি ভাবিয়েই সি জীপত উঠিল। জীপ আহি বাংলোৰ ওচৰ পালেহি, তথাপি বিদ্রূপে গমকে নাপালে। কাশ্যপক চিঞৰাতহে গম পালে জীপ আহি বাংলো পোৱাৰ কথা। কাশ্যপে আচৰিত হৈ সুধিলে—

'বিদ্রূপ আগতে বাংলোৰ ওচৰ পোৱাৰ আগতেই তই চিঞৰ 'পাই গ'লো, পাই গ'লো' বুলি; আজি তোৰ গা-চা অসুখ নেকি? নে তই কিবা ভাবি আছ?'

'হয় মালিক, কিবা-কিবি ভাবি আছিলো।'

'কি ভাবিছিলি?'

'মালিক, ভাবিছিলো— ডাঙৰ মালিক কালি কেইবজাত পাবহি। কি কি খুৱাম— এইবোৰেই।'

'ডাঙৰ মালিকহঁত কালি এঘাৰমান বজাত পাবহি। এতিয়া জীপৰ পৰা বেগবোৰ উলিয়াই নে আৰু বেগৰ বস্তুবোৰ মুকুন্দক পৰিপাটিকৈ থ'বলৈ কগৈ।'

মালিকৰ কথা মতে বিদ্রূপে জীপত থকা বেগবোৰ নি বাংলোৰ ভিতৰ পোৱালেগৈ। বিদ্রূপ আৰু মুকুন্দই বস্তুবোৰ চিজিল কৰি ৰখিলে।

পিছদিনা এঘাৰমান বজাত উমানন্দ বৰুৱা আৰু ডাঙৰ পুতেক নীলিম বাংলো পালেহি। কাশ্যপে দেউতাক আৰু দাদাকক দেখি বাংলোৰ ভিতৰৰ পৰা ওলাই আহিল। মুকুন্দই দৌৰি গৈ গেটখন খুলি দিলে। গাড়ীখন কাশ্যপৰ জীপখনৰ পিছতে ৰখালেগৈ। কাশ্যপে আগবাঢ়ি গৈ দেউতাকক ক'লে—

'দেউতা আহিলা।'

নীলিমে কিন্তু গাড়ীৰ পৰা নামিয়েই কাশ্যপক ক'লে—

'কাশ্যপ, ফুলনিখন হ'লে বৰ ধুনীয়া হৈছে। মালীজন বৰ ভাল মালী যেন পাইছো।'

'মালীজনতো ভালেই। তাতে ময়ো অলপ আইডিয়া দিছো।'

সেই সময়তো বিদ্রূপ আৰু মুকুন্দ আহি গাড়ীৰ পৰা বস্তু-বাহানিবোৰ নমালেহি। মুকুন্দই খৰধৰকৈ চাহ আনি মেজত সজাই দিলে। কাশ্যপে দেউতাক আৰু দাদাকক চাহৰ টেবুললৈ মাতিলে। তেওঁলোকে হাত-ভৰি ধুই আহি চাহৰ মেজত বহিলহি। কাশ্যপো তেওঁলোকৰ লগত বহিল। চাহৰ মেজত আটাইকেইজনৰ মাজত বিভিন্ন ধৰণৰ দেশ-বিদেশৰ কথা ওলাল। চাহৰ মেজতে কথা উলিয়াই তিনিওজনেই দুঘন্টা সময় কথা পাতি পাৰ কৰি দিলে। মুকুন্দই যেতিয়া চাহৰ পিয়লা ট্ৰেখনত তুলিলে, তেতিয়াহে তেওঁলোক চাহৰ মেজৰ পৰা এজন এজনকৈ উঠিল। মুকুন্দ ভাত ৰন্ধাত লাগিল। বিদ্রূপে মুকুন্দক সহায় কৰি দিলে। মুকুন্দই ক'লে—

'বিদ্রূপ, নহৰু গুচোৱা হ'ল যদি তয়ে চাহৰ মেজখন মোহাৰি থৈ আহিবিগৈ। মই ভাত-পানী ৰন্ধাত অলপ খৰধৰ কৰো। তাতে তেওঁলোক দূৰৈৰ পৰা আহিছে। ভোক লাগিলে ৰক্ষা নিদিব নহয়। মালিক মানুহ, একো বুজি নাপায়। লাগ বুলিলে লাগিবই। ভাত হওক বা নহওক। সেই কাৰণে মোৰ বৰ ভয় লাগে। সেয়ে মই ইমান খৰধৰ কৰো।'

মুকুন্দৰ কথাখিনি শুনি বিদ্রূপে হাঁহিলে। এনেয়ো কামৰ মাজত মুকুন্দৰ ভোৰ ভোৰণি থাকেই। মুকুন্দৰ ভোৰ-ভোৰণিত বিদ্রূপে সদায় হাঁহে। মুকুন্দক যিমানপাৰে বিদ্রূপে সহায় কৰি দিলে। কামৰ মাজতে মুকুন্দই ক'লে—

'বিদ্রূপ, তই এইকেইদিন পঢ়া মেজত বহাই নাই। অকল কামেই কৰি আছ।'

বিদ্রূপ ক'লে—' মই কাম নকৰা হ'লে মুকুন্দকাই তোৰ কি অৱস্থা হ'লহেঁতেন? হ'ব দে, পঢ়িম নহয়। পঢ়িবলৈ বহু সময় আছে।'

'চা বিদ্রূপ, আমি হ'লো দুখীয়া মানুহ। আজি মালিকে পঢ়াইছে দেখিহে তই পঢ়িব পাৰিছ। নহ'লে ক'ত তোক মাৰে পঢ়াব পাৰিব। সেই কাৰণে কৈছো, ভালকৈ পঢ়িবি দেই। পঢ়াত কেতিয়াও এলাহ নকৰিবি। অন্তত তই যে কপালত

পঢ়াটো পাইছ; নহ'লে আমাৰ নিচিনা পেটে-ভাতে খাই থকা মানুহ পঢ়াশালি ক'ত দেখা পাবি। আমাৰ কিবা এটা বিপদ হ'লেই অন্যটো বাদেই, ভাত সাঁজেই লগ এৰা দিওঁ দিওঁ হয়। সেয়ে কৈছো— তই সুবিধা পাওঁতেই ভালকৈ পঢ়। এতিয়া মালিকৰ মন ভাল হৈ আছে, পঢ়াই আছে। কেতিয়াবা মন বেয়া হ'ব, পঢ়া একেবাই নিজৰ কামত লগাব।'

'হয় দেই, পৃথিবীলৈ এচাম মানুহ পঠিয়াইছে কেবল হাহাকাৰ কৰি ফুৰিবলৈ। আমিনো ভগবানৰ কি দোষ কৰিছিলো মুকুন্দকাই, যে ভগবানে আমাক ইমান দুৰ্ভগীয়া মানুহৰ ঘৰত জন্ম দিছে।'

'হয় অ'। আমাৰোযে কপালকেইখন!'

এনেকৈ ইটো-সিটো কথাৰ মাজেৰে মুকুন্দ আৰু বিদ্ৰূপৰ প্ৰায় ৰন্ধা কাম শেষ হ'ল। দুয়োটাই ভাত-পানী মেজত সজাই দিলে। মুকুন্দই বিদ্ৰূপক ক'লে—

'যা মালিকহঁতক মাতি দেগৈ।'

'মুকুন্দকাই মই নাযাওঁ। তয়ে মাতগৈ যা।'

মুকুন্দই গৈ তিনিওজনক মাতিলেগৈ। বাপেক-পুতেক তিনিও ভাতৰ মেজত বহিল। সেই সময়তে বিদ্ৰূপে জগটোত পানী আধালৈকে থকা দেখি পুনৰ জগটো পানীৰে ভৰাই আনি মেজত দিলেহি। নীলিমে বিদ্ৰূপলৈ চাই ক'লে—

'ঐ ল'ৰা, তোৰ নাম কি?'

'মালিক, বিদ্ৰূপ।'

'এইবোৰ ভাত-তৰকাৰী কোনে ৰান্ধিলে?'

'মালিক, আটাইবোৰ মুকুন্দকায়ে ৰান্ধিলে। মই মাত্ৰ মাছৰ জোলখনহে ৰান্ধিছো।'

'এইখনতো বৰ সোৱাদ হৈছে। তই বহু কাম জান দেই।'

কাশ্যপে ক'লে— 'ই মুকুন্দক এদিন চেৰ পেলাব। ই মুকুন্দৰ পৰা ৰন্ধা-বঢ়া সকলো শিকিলে।'

নীলিমে ক'লে— 'কাশ্যপ, তই যে কাম কৰা ল'ৰা পাইছ আৰু! ঐ ল'ৰা, তই মোৰ তালৈ যাবি? তোক আমাৰ মালিকনীয়ে খুব মৰম কৰিব।'

বিদ্ৰূপে লাহে লাহে ক'লে— 'নাই মালিক, নাযাওঁ।'

'অ' তই তোৰ মালিকলৈ ভয় কৰিছ নেকি?' —সেই বুলি নীলিমে কাশ্যপৰ

মুখলৈ চালে।

'ঐ, তোৰ মালিকতকৈ মই ডাঙৰ। মই যি কওঁ তোৰ মালিকে তাকেই শুনিব। তই ভয় নকৰিবি।'

বিদ্রূপক তেনেকৈ কোৱা দেখি কাশ্যপৰ অলপ বেয়া লাগিল। যিমান যি নহওক বিদ্রূপ সিহঁতৰ পৰিয়ালৰে এটা। কাশ্যপে দাদাকৰ মুখ বন্ধ কৰিবলৈ ক'লে—

'দাদা, ই পঢ়ি আছে। বাংলোতে থাকি পঢ়ে।'

নীলিমে ক'লে— 'হয় নেকি? তই কোন শ্ৰেণীত পঢ়?'

'মালিক এইবাৰ সপ্তম শ্ৰেণী পাইছো।'

'অ' ক্লাছ ছেভেন। ভালেই কৰিছ কাশ্যপ, ইয়াক পঢ়াবি। ঐ, ভালকৈ পঢ়িবি দেই।'

বিদ্রূপৰ মালিকৰ ককায়েকক ইমান ভাল নালাগিল। তাৰ এনেকুৱা লাগিল— মালিকৰ ককায়েকৰ আগত সি যেন মানুহেই নহয়। কেনেকৈ মাতিছে— 'ঐ ল'ৰা, ঐ ল'ৰা, মোৰ তালৈ তই যাবিনে?' মালিকৰ ককায়েকে যেন জীৱনত শিক্ষা দীক্ষা একোৱেই নল'লে। তেওঁ যেন কথা কোৱাৰ নমুনা, শিষ্টাচাৰ জীৱনত শিকিবলৈ থাকি গ'ল। এহ, মই যেন এটা জন্তুহে, য'লৈকে মন যায় তলৈকে লৈ যাব। মালিকৰ বাপেক পিছে ইমান অহংকাৰী নহয। মালিক হ'ল বুলিয়েইনো মাত-কথাবোৰ ইমান বেয়া হ'ব লাগেনে? ভগৱানে এইচাম মানুহক অকল অহঙ্কাৰ কৰিবলৈকে শিকালে। পৃথিৱীত এইচাম মানুহৰেই দিন। আমাৰ মালিক অৱশ্যে ভাল মানুহ। আজিলৈকে মোক বেয়া ব্যৱহাৰ কৰা নাই। ইফালে আকৌ আটাইবোৰে ভাত-পানী খাই নিজৰ নিজৰ কমলৈ গ'ল। কাশ্যপ আৰু দাদাকে কথা পাতি পাতি কাশ্যপৰ কমত থকা বিচনাখনতে অলপ বাগৰ দিলে। মুকুন্দ আৰু বিদ্রূপে আটাইবোৰ বাচন-বৰ্তন চাফ-চিকুণ কৰি ভাতৰ পাতত বহিল। ভাত খাই থাকোঁতে বিদ্রূপে মুকুন্দক কৈ থাকিল— 'জান মুকুন্দকাই মালিকৰ ককায়েক ভাল মানুহ নহয়। কেনেকৈ কথাবোৰ কয়, গা বেজ-বেজাই যায়।'

মুকুন্দই ক'লে— 'মালিক বুলিলে সকলো তেনেকুৱাই। একো বুজি নাপায়। আমাক কুকুৰৰ নিচিনা ব্যৱহাৰ কৰে।'

'কুকুৰো নহয়, আমি সিহঁতৰ পৰা কুকুৰতকৈও বেয়া ব্যৱহাৰ পাওঁ। কেলেই মুকুন্দকাই, এবাৰ যে সৰু মালিকৰ মাহীয়েকৰ জীয়েক আহিছিল মনত

নাই— কুকুৰটোক দেখোন গাড়ীৰ আগত নিজৰ কোচত বহাই আনিছিল। সেইফালৰ পৰা আমি সিহঁতৰ মানত কুকুৰতকৈও এশগুণে নীচ।'

'যি কি নহওক, আমাৰ সৰু মালিক যেনিবা এইবোৰ ক্ষেত্ৰত বহু ওপৰত। ইমান অহঙ্কাৰীও নহয়। তোকে কিমান মৰম কৰে দেখা নাই। মালিক বুলিলে ক'তো তই ইমান ভাল মানুহ নাপাবি।'

এনেকৈয়ে দুয়োটাই সুখ-দুখৰ কথা পাতি পাতি কেতিয়ানো সময় পাৰ হৈ গ'ল গমকে নাপালে। মুকুন্দই ক'লে— 'বিদ্রূপ, আমি কথা পাতি পাতিচোন বহু সময় নিয়ালো। মালিকসকল উঠিবৰে হ'ল। মই চাহ কৰো, তই প্লেটবোৰত মিঠাই-বিস্কুট উলিয়াই দে।'

বিদ্রূপে ক'লে—'কিমাননো সময় হ'ল?'

'চাৰিটা বাজিবৰে হ'ল। ইমান সময়ত দেখোন ডাঙৰ মালিকে চাহ বিচাৰেই।' এনেতে মুকুন্দই চাহ কৰি আনি টেবুলত দিছেহে মাত্ৰ উমা বৰুৱা আহি হাজিৰ।

মুকুন্দই ক'লে— 'যা বিদ্রূপ, সৰু মালিক আৰু ডাঙৰ মালিকক মাতগৈ।' বিদ্রূপে কাশ্যপৰ ৰুমত সোমায়েই ক'লে— 'সৰু মালিক, চাহ দিছো আৰু নীলিমৰ ফালে চাই ক'লে মালিক চাহ দিছো।'

তেতিয়া কাশ্যপে ক'লে—'বিদ্রূপ, এয়া তইঁতৰ ডাঙৰ মালিক। ডাঙৰ মালিক বুলি মাতিবি আকৌ।'

নীলিমে কাশ্যপক ক'লে— 'ইহঁতৰ ডাঙৰ মালিক দুজন হ'ল। সেই কাৰণে মাতিবলৈ দিগদাৰ হৈছে, হয়নে নহয়— কচোন ল'ৰা।'

বিদ্রূপৰ কিয় জানো নীলিমৰ মাতষাৰ শুনিলেই খং উঠে। কেনে অভদ্ৰ মানুহ! বিদ্রূপৰ এনেকুৱা লাগিছিল যেন মালিকৰ ককায়েকক কৈ দিব— মোৰ নাম ল'ৰা নহয়, বিদ্রূপ। সৰু মালিকৰ কথা চিন্তা কৰিয়েই একো নোকোৱাকৈ থাকিল। যিমান যি নহওক সৰু মালিকক সি ভাল পায়। সেয়ে কিবা এবাৰ ক'লে সৰু মালিকক কোৱাৰ নিচিনাই হ'ব। ইফালে আকৌ তিনিও বাপেক-পুতেক বহি এঘোট-দুঘোটকৈ চাহ খাইছেহে মাত্ৰ। এনেতে নীলিমে আৰম্ভ কৰিলে—

'কাশ্যপ, তইতো জানই আমি ইয়ালৈ কিয় আহিছো?'

কাশ্যপে কিবা কবলৈ মুখ মেলোতেই নীলিমে ক'লে— 'চা এইবাৰ তই আমাক বাধা দিব নোৱাৰ বা না কৰিব নোৱাৰ। কাৰণ তোৰ এতিয়া উপযুক্ত

বয়স হ'ল। অলপ দিনৰ পিছত তোৰ বিয়া পতাৰ বয়সো পাৰ হ'ব। সেয়ে মায়ে কৈছে— ভাল ছোৱালী পাইছো যেতিয়া তই বিয়াত সম্মতি নিদিয়াকৈ যেন নাথাক। যদি তোৰ কোনোবা ছোৱালী ঠিক হৈ আছে, সেইটোও মায়ে সুধি পঠিয়াইছে। কলেজত পঢ়োতেতো তোৰ বন্ধু- বান্ধৱী বহু আছিল, মায়ে কৈছে। সেইবোৰৰে কাৰোবাক তই নিশ্চয় ঠিক কৰি থৈছ। তই ঠিক কৰিলেতো বংশ-পৰিয়াল ভাল হ'বই! কাৰণ তোৰ লগৰ আটাইবোৰ উচ্চ পৰিয়ালৰেই ল'ৰা-ছোৱালী আছিল।'

'নাই নাই, তেনেকুৱা কোনো মোৰ ঠিক হৈ থকা নাই।'

'তেনেহ'লে তই বিয়ালৈ প্ৰস্তুত। তোক মায়ে পোন্ধৰ তাৰিখে মাতি পঠিয়াইছে, যাব পাৰিবি নহয়?'

'পাৰিম। সেইদিনা মোৰ একো জৰুৰী কাম নাই।'

ইফালে মনৰ মাজত ভয় আৰু চিন্তাই কাশ্যপক ভ্ৰুকুলা কৰিলে। দেউতাক আৰু নীলিমে কিন্তু কাশ্যপৰ পৰিস্থিতিক উপলব্ধি কৰিব নোৱাৰিলে। কাৰণ কাশ্যপে নিজকে এই বিষয়ত প্ৰস্তুত কৰি ৰাখিছিল। প্ৰত্যেকটো কথাৰ উত্তৰ আৰ্মি অফিচাৰে দিয়াৰ দৰে দি গৈছিল। যিটোত দেউতাক আৰু নীলিমৰ কাশ্যপৰ ওপৰত কোনো সন্দেহ কৰিবলৈ থল নাথাকিল। ইফালে, বিদ্ৰূপে কথাবাৰ শুনি গৈ মুকুন্দক ক'লে—

'মুকুন্দকাই আমাৰ সৰু মালিকৰ হেনো বিয়া পাতিব। কিমান যে স্ফূৰ্তি লাগিব! বিয়াত কিজানি আমাকো নিবই।'

মুকুন্দই ক'লে— 'হয় দে, নতুন কাপোৰ-কানিও দিব। পিছে মালিকনী আহি বা আকৌ আমাৰ ওপৰত কি ৰূপ দেখুৱায়! তোক বা আৰু মালিকে পঢ়ায় নে নপঢ়ায়? নে ঘৰত কামকে কৰাই ৰাখে।'

'সেইবোৰ পিছৰ কথা। এতিয়া ভাবি কি কৰিবি। কিজানি সৰু মালিকতকৈও মালিকনী আৰু বেছি ভাল হয়। সেইটো পিছে আগতেই কেনেকৈ কবি।'

বিদ্ৰূপে সৰু মালিকৰ বিয়াৰ খবৰটো পাই আনন্দত ক'ব নোৱৰা হ'ল। সেয়ে সি ভাবিলে— মালিকৰ বিয়াৰ খবৰটো তাৰ মাকেতো গমেই নাপায়। বিয়াৰ খবৰটো পালে যে মাকে তাতকৈও বেছি স্ফূৰ্তি কৰিব। সেয়ে সি মাকক খবৰটো কেতিয়া দিওঁ কেতিয়া দিওঁ লাগিল। একোৰত সি মুকুন্দক ক'লে—

'মুকুন্দকাই মই মাৰ ওচৰৰ পৰা আহো। মালিকে মোক বিচাৰিলে তয়ে কৈ দিবি— সি মাকৰ ওচৰলৈ গৈছে বুলি।'

বিদ্ৰূপে সেইযাৰ কথা কৈয়ে ঘৰলৈ বুলি ঢাপলি মেলিলে। ইফালে আকৌ চম্পাই খৰিৰ ডালি কিছুমান গোটাই লৈ সৰু সৰুকৈ কাটি আছিল। পুতেকক হাঁহি হাঁহি দৌৰি অহা দেখি আচৰিত হৈ চম্পাই সুধিলে—

'কি হ'লনো, তই যে ইমান হাঁহি হাঁহি আহিছ? কিবা ভাল খবৰ আছে নেকি?'

সি ভাগৰতে মূৰ জোকাৰিলে। তাক দেখি চম্পাৰ হাঁহি উঠিল। চম্পাই ক'লে –

' ইমান দৌৰি আহিবলৈ তোক কিহে পাইছিল। এতিয়া তই ভাগৰতে কথাটোকে কব পৰা নাই।'

'জানা মা, আমাৰ মালিকে বিয়া পাতিব। ডাঙৰ মালিকহঁতে মালিকৰ লগত বিয়াৰ কথা পাতি থকা শুনিছো। দুমাহ মানৰ পিছতে মালিকৰ বিয়া হৈ যাব।'

বিদ্ৰূপৰ মুখৰ কথাষাৰে যেন চম্পাৰ বুকুত এপাত কাঁড়হে মাৰিলে। কথাষাৰ শুনি তাই থৰ লাগি বিদ্ৰূপলৈ চাই থাকিল। মাকক তেনেকৈ থৰ হৈ যোৱা দেখি বিদ্ৰূপ আচৰিত হ'ল। সেয়ে বিদ্ৰূপে বাৰে বাৰে সুধিলে—

'মা কি হ'ল, মা কি হ'ল? তই দেখোন একেবাৰে কিবা হৈ গলি? মালিকে বিয়া পাতিব, আমি স্ফূৰ্তিহে পাব লাগে।'

চম্পাই ওপৰকৈ বুদ্ধি সাজি ক'লে--- 'নহয় অ' বিদ্ৰূপ, মালিকে বিয়া পাতিলে তোক আৰু ক'ত চাব। তোৰ পঢ়া-শুনা সকলো ৰসাতলে যাব। সেই কাৰণেহে মই চিন্তা কৰিছো।'

'সেইটো আৰু চিন্তা কৰা কথা নেকি? তই যে ইমান আচৰিত কথাবোৰ চিন্তা কৰ। মোক মোৰ বাবায়েই নাচালে। মালিকে যে মোক ইমানখিনি চালে সেয়াই হ'ব।'

বিদ্ৰূপৰ কথা শুনি মাক চক খাই গ'ল। মাকে আৰু মুখেৰে একো নক'লে। মাকৰ কেৱল পুতেকৰ মুখখনলৈ চাই ৰোৱা লাগিল। ভাবিলে— ইনো জীৱনটোত ইমান দুখ-কষ্ট লৈ আহিছিলনে? ময়ে তাৰ জীৱনৰ কাল। মই পাপ কৰিলো, সি ভুগিছে। মই কম পাপীনে? এতিয়া তাৰ দুখ কৰিলেনো কি লাভ হ'ব? চম্পাই এইবোৰ কথা চিন্তা কৰি থাকোঁতেই বিদ্ৰূপে যাওঁ বুলি কৈ চম্পাৰ সন্মুখৰ পৰা কেতিয়ানো আহিল চম্পাই গমকে নাপালে। চম্পাই বাৰে বাৰে ভাবিলে— তাইৰ নিজৰ কাৰণে নহ'লেও ল'ৰাটোৰ মুখলৈ চাই হ'লেও তাই সৰু মালিকক বিয়াত

বাধা দিব লাগিব। সেই কথাটোতো যদি সৰু মালিক মান্তি নহয়, তেনেহ'লে বিদ্ৰূপক নিজৰ চিনাকি দিয়ক যে সৰু মালিকেই তাৰ বাপেক। বিদ্ৰূপক সেইটো চিনাকি দিলেও চম্পাৰ মনৰ পৰা বহু দুখ পাতলিব। লগতে বিদ্ৰূপেও তাৰ পিতৃৰ পৰিচয় পালে দুৰ্ভগীয়া জীৱনত অকণমান শান্তি পাব। নহ'লে চম্পাই পুতেকক পিতৃৰ পৰিচয় নিদিয়াকৈয়ে জীৱনটো অশান্তিত ভূগিব লাগিব। কিয়নো সিওতো মাজে মাজে পিতৃৰ পৰিচয় বিচাৰি চম্পাক হাৰাশান্তি কৰি মাৰে। এইবোৰ পাৰ নোপোৱা চিন্তাত ডুব গৈ থাকোঁতেই বিষ্ণুৱে তাইক চিএৰিলে— 'চম্পা বেটী, চাহ অলপ দেচোন।' বিষ্ণুৱো খুব কাহ হৈছে। কাহি কাহি ঘৰৰ পিছফালে বহি আছে। চম্পাই নিমখ অলপ দি বাপেকক লালচাহ এবাটি দি আহিল। বিষ্ণুৱে চম্পাক সুধিলে— 'সৰু বাপ আহিছিল নেকি?'

চম্পাই ক'লে— 'হয় বাবা, আহিছিল। সি তই নাই বুলি ভাবিলে নেকি? তোক লগ নধৰাকৈ গুচি গ'ল।'

বিষ্ণুৱে বিদ্ৰূপক 'সৰু বাপ' বুলি মাতে

চম্পাই এইকেইদিন আলঙে আলঙে এটা খবৰকে লৈ থাকে— ডাঙৰ মালিক কেতিয়া যাব। কাৰণ চম্পাই ডাঙৰ মালিক যোৱাৰ লগে লগেই সৰু মালিকৰ লগত খোলাখুলিকৈ কথা পাতিব। এতিয়া তাই আৰু লাজ-ভয় নকৰে। এতিয়া তাই লাজ-ভয় কৰিলে বিদ্ৰূপৰ জীৱনটো ধ্বংস কৰা হ'ব। তাই মুকুন্দৰ মুখেৰে গম পালে যে ডাঙৰ মালিকহঁত গ'ল। সেয়ে তাই সেইদিনাই কাশ্যপৰ ওচৰলৈ আহিবলৈ সাজু হ'ল। কিন্তু তাই এতিয়া কথাকেইটা পাতিব কেনেকৈ? মুকুন্দ আৰু বিদ্ৰূপ বাংলোতে আছে। কিন্তু তাই আৰু দুদিনমান পিছত এইখিনি কথা কবলৈ ধৈৰ্য ধৰিব নোৱাৰে। তাই ভাবিলে— কেনেকৈ বিদ্ৰূপ আৰু মুকুন্দক অলপ সময়ৰ কাৰণে বাংলোৰ পৰা দূৰলৈ পঠিয়াব পাৰি। তাই ভাবি ভাবি এটা বুদ্ধি পালে— দুদিনমানৰ পৰা গাই এজনীয়ে পায়খানা কৰি আছে। গাইজনীকে দুয়োটাকে ডাক্তৰৰ ওচৰলৈ লৈ যাবলৈ কব। চম্পাই সেই মতেই মুকুন্দ আৰু বিদ্ৰূপক গাইজনী লৈ যাবলৈ ক'লে, কিন্তু কাশ্যপক কৈ যোৱা নহ'ল। কাৰণ কাশ্যপে বাগানৰ কামত ওলাই গৈছে। সোনকালেই আহিব। চম্পাই ক'লে— 'তইঁত দুটা যা, মালিক আহিলে ময়েই কৈ দিম।' সেই বুলি চম্পা বাংলোতে ৰৈ থাকিল। সৰু মালিক আহি পোৱাৰ লগে লগে চম্পাই মুকুন্দ আৰু বিদ্ৰূপক গাইজনী লৈ ডাক্তৰৰ ওচৰলৈ পঠিওৱাৰ কথাটো ক'লে আৰু এইটোও ক'লে সিইঁতক গৰুটো দি পঠিওৱাৰ গুৰিতে হৈছে তাই। তাই আজি মালিকৰ লগত

জৰুৰী কথা পাতিব। কাশ্যপে ক'লে—

'তই আজিহে কথা পাতিবলৈ সময় পালিনে? চা, ময়ো এইমাত্র আহিছোহে। তাতে বিদ্রূপৰো স্কুল বন্ধ। তাতকৈ বিদ্রূপৰ স্কুল খোলা দিনত আৰু মুকুন্দক বজাৰলৈ পঠিয়াই দেখোন কি কথা আছে ক'ব পাৰ।'

'নাই মালিক, নাই; আজি মই অধৈর্য হৈ গৈছো। মই আজি যি কথা কবলৈ আহিছো কমেই। মোক আজি কথা কোৱাৰ পৰা কোনেও বাধা দিব নোবাৰে।'

'তই ইমান অধৈর্য হৈছ যেতিয়া— কি কথা আছে সোনকালেই ক।'

'মালিক, মই এটা কথা শুনিছো।'

'কি কথানো? '

তাই কথাটো কব লওঁতেই চকুপানী হুৰ-হুৰাই পৰিবলৈ ধৰিলে। কাশ্যপে ক'লে— 'তই কান্দিছযে? কি কথা আছে ক, নহ'লে সিহঁত আহি পাবহি।'

তাই আকৌ উচুপি উচুপি কবলৈ ধৰিলে— 'মালিক আপুনি হেনো বিয়া পাতিব।'

তাইৰ মুখত সেইযাৰ কথা শুনি কাশ্যপৰ গাটো জিকাৰ খাই উঠিল। কাশ্যপে সপোনতো ভবা নাছিল তাই যে এইষাৰ কথা কবলৈকে ইয়াত বৈ আছেহি। ইফালে আকৌ মুকুন্দহঁতে ডাক্তৰ নাপাই গাইজনী ঘূৰাই আনিলে। মুকুন্দই অলপ দূৰলৈকে গৈ বিদ্রূপক ক'লে—

'তই গৈ থাক আৰু মই ঘৰলৈ পইচা কেইটামান পঠিয়াবৰ বাবে ডাকঘৰলৈ যাওঁ। মালিকক তই কৈ দিবি।'

বিদ্রূপেও ভাবিলে মাক যেতিয়া বাংলোত আছে সি গৰুজনী ঘৰলৈ নিনি বাংলোৰ গেটৰ মুখতে বান্ধি থ'ব। মাকেই ঘৰলৈ লৈ যাব। কাৰণ মালিকে সিহঁতক বিচাৰিব। সেই সময়তে সি মালিকৰ গাড়ীখনো বাহিৰতে দেখিলে। তেতিয়া সি বুজিলে-- তাৰমানে মালিক আহিল। সেয়ে সি গেটৰ মুখতে গাইজনী বান্ধি থৈ বাংলোৰ ভিতৰলৈ সোমাই গ'ল। কাশ্যপ আৰু চম্পাই সি অহা গমকে নাপালে। সি বাংলোৰ ভিতৰলৈ লাহে লাহে গৈছেহে মাত্র। এনেতে ভিতৰৰ পৰা কাৰোবাৰ উচুপনি শুনিবলৈ পালে। সেয়ে সি ভিতৰলৈ সোমাই নগৈ মনে মনে কৰিডৰটোতে ৰৈ থাকিল। সি ভাবি আচৰিত হ'ল— মাকে আকৌ মালিকৰ কমত কিয় কান্দিছে? এইবাৰ সি মালিকৰ মাত শুনিলে। মালিকে তাৰ মাকক কৈ থকা শুনিলে—

'চম্পা তই ঠিকেই শুনিছ, মোৰ বিয়াৰ কথা। পিছে তই এতিয়া যি কব-

নকৰ সেইবোৰ মই নাজানো, মুঠতে মোৰ ঘৰে মোক নেৰিছে। কিন্তু চম্পা, তই মোৰ বিয়াৰ বিষয়ে কাৰ পৰা গম পালি?'

'মালিক, বিদ্ৰূপৰ পৰা। সি বিৰাট স্ফূৰ্তিৰে গৈছিল মোক কবলৈ— মালিকে বিয়া পাতিব, মালিকে বিয়া পাতিব। কিন্তু তাৰ মুখত সেইবোৰ কথা শুনি মই কিবা হৈ গ'লো' —বুলি আকৌ উচুপিবলৈ ধৰিলে। 'মালিক, মই ইমান দুৰ্ভগীয়া আৰু নীচনে? তাৰ মুখেদি মই আপোনাৰ বিয়াৰ কথা শুনিব লাগেনে? সিতো এবাৰো নাজানে তাৰ বাপেকৰ বিয়াৰ কথা পাতি আজি সি ইমান স্ফূৰ্তি কৰিছে। মালিক তাৰ কপালতনো সেয়াই লিখি আনিছিলনে? বাপেক, বাপেক বুলি যিটো ল'ৰাই হাবাথুৰি খাই আছে, বাপেকৰ ওচৰত থাকি আজিও সি বাপেকৰ পৰিচয় পোৱা নাই। আপুনি মালিক বৰ কাঠচিতীয়া মানুহ, আপোনাক দেখিলে ইমান বেয়া মানুহ বুলি কোনেও গম নাপায়। আপুনি তাৰ মুখলৈ চাই বিয়া নাপাতিব।'

'তই এনেয়ে হুলস্থূল নকৰিবি। চা, মোৰ মা-দেউতা, দাদাইঁতে সকলো ঠিক কৰি পেলালে। তেনে অৱস্থাত মই না কৰিলে কেনেকুৱা হ'ব? মই কিবা ক'ব পাৰিম নেকি— চম্পা মোৰ পত্নী হ'ব লাগে, মই তাইকেই বিয়া কৰাম। এইবোৰ ক'লে মোৰ ঘৰৰ মানুহে তইঁতকো শান্তিৰে থাকিবলৈ নিদিব আৰু মোকো বাগিচাৰ পৰা লৈ যাব। এতিয়া অন্তত তই মোক ওচৰতে পাইছ।'

'মালিক, মোক আপুনি ভাল পাইছিল, আপোনাৰ ঘৰে নহয়। এতিয়া আপুনি ঘৰৰ কথা কৈ থাকিলে নহ'ব। আপুনি ইয়াত কি কৰিছিল ঘৰৰ মানুহে আহি চাই থকা নাছিল নহয়।'

'মই বিয়া পাতিলেও তইঁতক টকা-পইচা দি থাকিম নহয়। বিদ্ৰূপকো আগৰ দৰে পঢ়াই থাকিম। তাক মই সদায় লগতে ৰাখিম।'

'নাই মালিক, তাক আপোনাৰ লগত থাকিবলৈ নিদিওঁ। কাৰণ আপোনাৰ মানুহগৰাকীয়ে তাক কাম কৰা মানুহৰ নিচিনাকৈয়ে চাব। ব্যৱহাৰো কিজানি কুকুৰ-মেকুৰীৰ নিচিনাই কৰিব।' একো কথাতে মালিকক মনাব নোৱাৰি চম্পাই মালিকৰ ভৰিত ধৰি কান্দিবলৈ ধৰিলে— 'মালিক, মোৰ কাৰণে নহয়, ল'ৰাটোৰ কাৰণে মই কৈছো। তাৰ মুখলৈ চাই আপুনি তাৰ বাবা বুলি পৰিচয় দি দিয়ক। অন্ততঃ সি সেইষাৰ কথা শুনিয়েই শান্তি পাব। আপুনি ভালদৰে বুজাই ক'লে সি বুজিব।'

ইফালে আঁৰতে বৈ বিদ্ৰূপে কথাখিনি শুনি শুনি তাতে উচুপিবলৈ ধৰিলে। সি ভাবিলে— অতদিনৰ পৰা বিচাৰি হাবাথুৰি খোৱা বাপেক তাৰমানে এইটোৱেই। এইটোৰ কাৰণে সি সমাজত আজি হাঁহিয়াতৰ পাত্ৰ আৰু অৱহেলিত। মই

ভাবিছিলো ধনী মানুহৰ মান-সন্মান সকলো থাকে। মই সদায় ভয় খাইছিলো মালিকৰ আগত যেতিয়া মোৰ জন্মতত্ত্ব ওলাই পৰিব, তেতিয়া বাৰু মই কিমান লাজ পাম! কিন্তু জীৱনৰ আচল কালসাপ দেখোন এইটোৱেই। ইহঁতেই বেয়াৰ বেয়া কামবোৰ কৰিব আৰু বদনামৰ ভাৰ ওৰে জীৱনটো কঢ়িয়াই লৈ ফুৰিব লাগিব দুখীয়াখিনিয়ে। এয়াই হৈছে ভগৱানৰ বিচাৰ। মালিক, তোক মই শিক্ষা দিম। তই মোক কম জ্বালা-যন্ত্ৰণা খুৱাইছনে? তই মোৰ বাবা বুলি চিনাকি দিবলৈও টান পাৱ। তই মোক চিনাকি দিলে তোৰ সন্মান হানি হ'ব। তই মোক তোৰ ঘৰত ৰাখি সেই কাৰণেই পঢ়াইছিলি। তইতো মোক তথাপি কাম কৰা ল'ৰা বুলিয়েই ভাবিছিলি? তোৰ ঘৰৰ মানুহ আহিলেতো মোক ডাবি-ধমকিৰেই কয়। বাহঃ তই মুখ মেলি চাই থাক। তোৰ অলপো বেয়া নালাগে। তই যদি আজি মোৰ মাৰ জীৱনটো নাখালিহেঁতেন, তেনেহ'লে মায়ে আজি কাৰোবালৈ বিয়া হৈ এখন সুন্দৰ সংসাৰ পাতি আনন্দৰে থাকিব পাৰিলহেঁতেন। তোৰ কাৰণেই আজি মাৰ জীৱনটোতো পচিলেই আৰু লগতে মোৰো।

চম্পাই এইবাৰ আকৌ মালিকক ক'লে— 'মালিক, শেষবাৰৰ কাৰণে মই আকৌ আপোনাক কাবৌ কৰিছো—আপুনি বিদ্রূপক মৰমেৰে বুজাই বাপেক বুলি পৰিচয় দি দিয়ক। আপুনি বুজালে সি নিশ্চয় বুজিব। মই ক'লে কিন্তু সি একো নুবুজে, বৰং আপোনাৰ ওপৰত প্ৰতিশোধহে ল'ব।'

'শুন চম্পা, তোৰ কথা আৰু মই শুনিব নোৱাৰো। তই ইয়াৰ পৰা ভালে ভালে যাগৈ। মই তোৰ চলাহি কথাত পতিয়ন যাবলৈ নাই। তোৰ নিচিনা এজনী সামান্য মালীৰ ছোৱালী মোৰ প্ৰেমত পৰি তই নিজকে ভাগ্যৱান বুলিহে ভাবিব লাগিছিল। কাৰণ আমাৰ নিচিনা মানুহে তইঁতক মূৰ তুলিও নাচায়।'

সৰু মালিকৰ ফিতাহি মৰা কথা বিদ্রূপে আৰু বেছি সময় শুনি থাকিব নোৱাৰিলে। তাৰ এনেকুৱা লাগিল— মালিকৰ সন্মুখত সি ওলাই দিব। কিন্তু ওলালেই জানিবা, সি জানো মালিকক কিবা কৰিব পাৰিব! সেয়ে সি বহু ধৈৰ্য ধৰি লাহে লাহে বাংলোৰ পৰা ওলাই গৈ গাইজনী টানি টানি নিজৰ ঘৰ পালেগৈ। সি গাইজনী গোহালিত বান্ধিয়েই দেখিলে মাকো আমন-জীমনকৈ ঘৰৰফালে আহি আছে। মাকৰ কন্দনামুৱা মুখখন সি নোচোৱাৰ ভাও জুৰিলে। মাকেও তাৰ আগত একো নেদেখুৱাই সহজভাৱে কথা পাতিলে।

'বিদ্রূপ, ইমান সোনকালে আহিলি যে? ডাক্তৰ নাপালি নেকি?'

'নাপালো।'

'গাইজনী বাংলোলৈ নিনিলি কেলেই?'

'মানে ইটো বাটেদি আহিলো। সেই কাৰণে ভাবিলো বাংলোত নিযাতকৈ চিধা-চিধি ঘৰলৈ লৈ অহাই ভাল হ'ব। বাংলোত নিলেতো তয়ে আনিব লাগিলহেঁতেন।'

বিদ্রূপে একো নজনাৰ ভাবতে থাকিল। সি মাকক মাত লগাই বাংলোলৈ বুলি উভতিল। চম্পাৰ এনেকুৱা লাগিল যেন সেই অসুৰৰ ৰাজ্যলৈ যাবলৈ তাক মানা কৰি দিব। 'যাওঁ বুলি' কৈ সি খন্তেকো নৰৈ গুচি গ'ল। বাংলোত সোমায়েই মালিকক দেখি তাৰ এনেকুৱা লাগিল যেন পিশাচ বুলি কওঁ পৃথিৱীত বেলেগ নাই, এইবোৰেই। মালিকৰ মুখখন দেখিলেই তাৰ ঘিণ লগা হ'ল। বিদ্রূপে ভাবিলে— দুদিনমান চাই লওঁ, তাৰ ৰেহ-ৰূপ কিজানি সলনি হৈছে। মুঠতে মালিকৰ প্রতি তাৰ অতদিনৰ পৰা যি ভক্তি আৰু মৰম আছিল আজি খন্তেকতেই আটাইবোৰ চূর্ণ-বিচূর্ণ হৈ গ'ল। তাৰ কাৰণে মালিক এটা ঘৃণনীয় শত্রু।

সেইদিনা তাইৰ মূৰত কাশ্যপৰ এটা কথাই বাৰে বাৰে বাজি থাকিল - "তই মাত্র এজনী সামান্য মালীৰ ছোৱালী। আমাৰ নিচিনা মানুহে তইতক ঘূৰিও নাচায়।" মালিকৰ এইযাৰ কথাই তাইৰ বুকুত বেজীয়ে বিন্ধা দি বিন্ধি থাকিল। মালিক কেনেকুৱা মানুহ, তাৰ পৰিচয় তাই আজিহে পালে। তাই এবাৰো ভবা নাছিল যে আন মালিকৰ দৰে সৰু মালিকো অহংকাৰ কিছুমানৰ এজন ৰাক্ষসসদৃশ মানুহ। তাইক বাৰে বাৰে মনত এটা চিন্তাই আমনি কৰিলে সেইটোৰ লগত তাই ইমান কিয় প্রেমত উত্রাবল হৈ পৰিছিল। তাই কিয় তাৰ প্রেমত অন্ধ হৈ পৰিছিল। অতদিনে কিয় তাৰ আচাৰ-ব্যৱহাৰত, চৰিত্রত অকণো খুঁত পোৱা নাছিল। দানৱসদৃশ মানুহটোক তাই দেৱতা বুলি ভাবি আছিল কিয়? তাই ইমান কিয় তাক অন্তৰেৰে ভাল পাইছিল, যাৰ কাৰণে তাৰ ভুলটোকো ভাল বুলি গ্রহণ কৰিছিল। যিটো মানুহে তাইক আগতেই গ্রহণ নকৰিলে, যিটো মানুহে পুতেকক লগত ৰাখিও বাপেক বুলি নিজৰ পৰিচয় দিব নোৱাৰিলে, সেই মানুহটোৰ ওচৰত এতিয়া তাই হাতযোৰ কৰি কি পাব? ছিঃ ইমান পাপী মানুহৰ মুখ যেন মোক দুনাই নেদেখুওৱা ভগৱান। মোক তুমি এই পৃথিৱীত বচাই ৰাখিব নালাগে। এনেকুৱা পাপীক মই ঘৃণা কৰো। ভগৱান মোক তুমি ক্ষমা কৰা। মই বিদ্রূপকো বহু দুখ দিলো। আজি সি পৃথিৱীত জন্ম নোলোৱা হ'লে এনেকুৱা কষ্ট ক'ত পায়। কাশ্যপৰ টকা-পইচা কাশ্যপৰ লগতে থাকক। সিয়েই খাওক। তাৰ টকা-পইচা আৰু মোক নালাগে। পাপীটোৰ টকা-পইচা লোৱাতকৈ নাখাই মৰাই ভাল।

বিদ্ৰূপকো মই তাৰ টকা-পইচাৰ ছাঁটোও পৰিবলৈ নিদিও। সেই সময়তে বাটেৰে বিদ্ৰূপৰ লগৰ ল'ৰা কনকক গৈ থকা দেখিলে। তাই কনকক ক'লে—

'বাংলোৰ ফালে গ'লে আমাৰ বিদ্ৰূপক মাতি পঠিয়াবাচোন।'

কনকেও বিদ্ৰূপক বাংলোৰ বাহিৰতে দেখি চিঞৰি কৈ থৈ গ'ল— 'বিদ্ৰূপ, তোক তোৰ মায়ে এতিয়াই মাতি পঠিয়াইছে।'

মাকে মাতি পঠোৱা কথাটোত বিদ্ৰূপৰো সন্দেহ হ'ল। নিশ্চয় মাকে তাক আজি সৰু মালিকৰ কথাকে আতিগুৰি মাৰি ক'বলৈ মাতিছে। সেয়ে সি বৰ আগ্ৰহেৰে গৈ মাকৰ ওচৰ পালেগৈ। কিন্তু তাক দেখি মাকে বাৰে বাৰে এটা কথাই ক'লে—

'তই এতিয়া মালিকৰ ঘৰত থাকিব নালাগে। কাৰণ মালিকে বিয়া পাতিব। নতুন সংসাৰ। তোক বা তেতিয়ালৈ মালিকে কি ব্যৱহাৰ কৰে! সেয়ে বাবা ধনী মানুহৰ একো বিশ্বাস নাই। তই আৰু মালিকে দিয়া পইচাৰে পঢ়িবও নালাগে।'

বিদ্ৰূপে মাকক জুখি চাবলৈ ক'লে— 'মা, মালিকৰ লগত থাকিলেনো কি হ'ব? ইমান ভাল মানুহ।'

'নাই বাবা, নাথাকিবি নাথাকিবি। মই কিন্তু খুব বেয়া পাম।'

বিদ্ৰূপে মাকৰ দুখ লগা মুখখনলৈ চাই ক'লে— 'নাথাকো দে মা। তই যি কৈছ, মই সকলো মানিম।'

বিদ্ৰূপৰ কথাকেইষাৰে যেন মাকৰ মনত বৰ সকাহ দিলে। মাকে চাহ কৰিলে আৰু সি আহিব বুলি কণী এটা সিজাইছিল, সেইটো খাবলৈ দি মাকে তাৰ গাত হাত ফুৰাই কৈ থাকিল— 'বাবা খা।'

মাকৰ মৰমকণ যেন আজি বৰ বেদনাদায়ক। মাকৰ বুকুত যেন আজি অবুজ বেদনাৰ জুয়ে দপ্‌দপাই থাকিল। সি মাকৰ অসহায় পৰিস্থিতিটো উপলব্ধি কৰি অন্তৰতে কান্দি উঠিল। সি পেটে পেটে ঠিক কৰি পেলালে— মাকৰ এনেকুৱা অৱস্থাৰ প্ৰতিশোধ সি এদিন নহয় এদিন ল'বই। নহয়, সি মালিকৰ বিয়া বন্ধ কৰিব আৰু মালিকৰ মুখেৰেই সি মালিকৰ পুতেক, চম্পা মালিকৰ ঘৈণীয়েক বুলি কবলৈ মালিকক বাধ্য কৰাব। এইবোৰ পেটে পেটে ভাবিয়েই সি মাকক মাত লগালে— 'মা যাওঁ।'

চম্পাই সি নেদেখা হোৱালৈকে চাই থাকিল। মাকৰ আচাৰ-ব্যৱহাৰ আজি তাৰ খুব বেলেগ বেলেগ লাগিল। মাকৰ অৱস্থা দেখি সি ভয়ো খালে। চিন্তাতে

কিজানি অসুখ-বিসুখত পৰে। এইবোৰ ভাবি ভাবি ৰাতিটো তাৰো টোপনি নাহিল। বিছনাখনত বাগৰি বাগৰি তাৰ অসহ্য লাগিল। সেয়ে সি সেইদিনা সোনকালে উঠি বাংলোৰ সন্মুখতে আমন-জিমনকৈ বহি থাকিল। এনেতে সি দেখিলে— বাংলোৰ আগেদি মানুহবোৰ বৰ খৰ-খেদাকৈ গৈছে। কোনোবাই কৈ গ'ল 'ৰেটবাৰীত মানুহ মৰিছে।' কোনোবাই কৈ গ'ল— 'ডিঙিত চিপজৰী লৈ কোনোবা মৰিছে।' কোনেও একো ভালদৰে গম নাপায়। মাত্র খবৰ ল'বলৈ ঢাপলি মেলিলে। বিদ্রূপৰ তাতে হাত-ভৰি কঁপিবলৈ ধৰিলে। সি কাকো একো নুসুধি ঘৰৰফালে দৌৰিলে। সি বাটে বাটে ভাবি গ'ল— ককাকৰো বেমাৰ হৈ আছিল। ককাকেই মৰিলে নেকি? এবাৰ মনলৈ মাকৰ কথাও আহিল। সি মনতে ঠিক কৰিলে— নাই, সেইটো কেতিয়াও হ'ব নোৱাৰে। মাকে তাক এৰি কেতিয়াও নাযায়। মাক ইমান দুৰ্বল মনৰ মানুহ নহয়। সি বাটে বাটে ভগৱানক খাটি গ'ল— হে ভগবান, ইমান ভয় লগা চিন্তাবোৰ মোৰ মনলৈ কিয় আনিছা। এইবোৰ ভাবিয়েই ৰাস্তাৰ সন্মুখত উঠিয়েই পোনে পোনে সিহঁতৰ ঘৰৰ ফালে চালে। দূৰৈৰ পৰাই সি দেখিলে— সিহঁতৰ ঘৰৰ সন্মুখত মানুহেই মানুহ। মানুহেৰে চোতাল ভৰি আছে। ককাকে কান্দি কান্দি চোতালৰ এচুকত বহি আছে। তাৰ আৰু বুজিবলৈ বাকী নাথাকিল। তাৰমানে তাৰ মাকে এই পৃথিৱীৰ পৰা বিদায় মাগিলে। আত্মহত্যা তাৰ মাকেই কৰিলে। মানুহেও কোৱা-কুই কৰিলে— চম্পাই এনেকুৱা কাম কিয় কৰিলে? মানুহৰ একো কথাই কাণেৰে শুনিব নোৱাৰি সি মাটিত ঢলি পৰিল। লগে লগে মানুহে তাৰ মূৰত পানী দিলে। কিন্তু কোনোপধ্যেই তাৰ সংজ্ঞা উভতি নাহিল। মুকুন্দই মানুহৰ মুখে আধাবাটতে কথাটো গম পাই আকৌ উভতি গৈ বাগানৰ ডাক্তৰ ইৰচাদক লৈ আহিল। ডাক্তৰে লগে লগে বেজী এটা দিলে। অলপ সময়ৰ পিছতে বিদ্রূপৰ জ্ঞান আহিল যদিও চকু মেলি মুকুন্দলৈ চাই আকৌ অচেতন হৈ পৰিল। ডাক্তৰে মুকুন্দক ক'লে—

' ইয়াক ৰেষ্টত ৰাখিবি। মানুহৰ হুলস্থূলৰ পৰা আঁতৰাই ৰাখিলেহে সি আৰাম পাব।'

বিদ্রূপ অলপ সুস্থ হোৱাত মুকুন্দই তাক বাংলোলৈ লৈ গ'ল। সি বাংলোলৈ যাব খোজা নাছিল। মুকুন্দই তাক টানি টানি লৈ গৈ মুকুন্দহঁতৰ কমত বিদ্রূপে শোৱা বিছনাখনতে শুৱাই দিলেগৈ। বিদ্রূপ ভাগৰত ক্লান্ত হৈ পৰা মানুহৰ নিচিনা হ'ল। সি ইমানেই টোপনি গ'ল যে মুকুন্দই কমলৈ আহি মাজে মাজে তাক চাই যায়হি। মুকুন্দই যিমানবাৰেই তাক চাবলৈ আহিল, সিমানবাৰেই মুকুন্দৰ বুকুখন বেজাৰে খুন্দা মাৰি ধৰিলে। বিদ্রূপৰ দুখৰ বোজা মুকুন্দৰ যেন চাই থকাই টান

হৈ পৰিছে। মুকুন্দৰ এনেকুৱা লাগিল— বিদ্ৰূপৰ দুখ আৰু চাই থাকিব নোৱাৰি, বিদ্ৰূপৰ ওচৰৰ পৰাই যেন আঁতৰি যাব। সেই সময়ত ৰান্ধনিশাললৈ কাশ্যপ সোমাই আহিল। মুকুন্দক ক'লে—

'মুকুন্দ, তোক ইমান চিঞৰি আছো, তই মাত মতা নাই কিয়?'

কাশ্যপ আকৌ আগদিনাই লগৰ ল'ৰা এটাৰ বিয়া খাবলৈ ওলাই গৈছিল। বিয়া হোটেল "ল'টাছত" হৈছিল। ৰাতিটো তাতে থাকিল। সেয়ে কাশ্যপে এইবোৰ কথা একোকে গম নাপায়। বাটত অৱশ্যে কাশ্যপে জুম পাতি কামলাবোৰ বৈ থকা দেখিছিল। সেই সময়তে মুকুন্দই ক'লে— 'মালিক, চম্পাই আত্মহত্যা কৰিলে।' কথাষাৰ শুনিয়েই কাশ্যপ তাতে থৰ থৰকৈ কঁপিল। সি আকৌ আচৰিত হৈ ক'লে—

'কি তাই ছুইচাইড কৰিলে?'

কাশ্যপে লগে লগে বুজি পালে— এই মৃত্যুৰ কাৰণ সিয়েই। নহ'লেতো তাই মৰিব লগা কোনো কথাই নাছিল। মুকুন্দই ক'লে—

'মালিক, বিদ্ৰূপে মানুহৰ চিঞৰ-বাখৰ শুনি ঘৰলৈ এনেয়ে দৌৰি গৈছিল: যেতিয়াই মাকৰ মৃতদেহটো দেখিলে, তেতিয়াই সি মূৰ্চ্ছা গ'ল মালিক। মই গৈ ডাক্তৰক লৈ আহিলো। ডাক্তৰে তাক বেজী এটা দিলে আৰু ৰেষ্টত থাকিবলৈ দিছে। গতিকে মালিক, মই তাক ইয়ালৈ লৈ আহিলো আৰু তাৰ বিছনাখনত শুৱাই দিলো। সি মালিক, ইমানেই শুইছে একো ক'বই নোৱাৰে।'

কাশ্যপে ক'লে— 'ভালেই কৰিলি তাক লৈ আহি। তাক ভালকৈ শুবলৈ দে, তাক এতিয়া নজগাবি।'

চম্পাৰ মৃত্যুৰ খবৰটো শুনি কাশ্যপৰ দুখ যেনেকৈ লাগিল, পেটে পেটে ভালো লাগিল। কাৰণ চম্পায়েই পৃথিৱীৰ পৰা গুচি গ'ল যেতিয়া, তাৰ বাটৰ কাঁইটো নাইকিয়া হ'ল। নহ'লে সি এটা ডাঙৰ চিন্তাত দিন কটাইছিল। যিটো চিন্তাই তাক বাৰে বাৰে ভয় খুৱাইছিল— তাৰ বিয়াৰ পিছত কি হ'ব। চম্পাও, বেচেৰী বৰ আকৰী ছোৱালী আছিল। তাই কেতিয়াও কাশ্যপৰ লগত থকা প্ৰেমৰ কথা ক'তো সদৰী কৰা নাছিল। সেয়ে তাৰ এতিয়া আৰু কোনোফালৰ পৰা মৰণ নাই। মান, সম্মান সকলো তাৰ বাচি গ'ল। চম্পাৰ খবৰ ল'বলৈ যাবলৈ সি নিজকে প্ৰস্তুত কৰিব নোৱাৰিলে। যিমান যি নহওক তাইৰ মৃত্যুৰ গুৰিতে সি। তাতে চম্পাক সি ভাল পাইছিল। কাশ্যপে কেইবাবাৰো ওলাই আহিও আকৌ ভিতৰলৈ সোমাই গ'ল। সি নিজকে ঠিক কৰিব নোৱৰা হ'ল— সি তালৈ কেনেকৈ যাব। অৱশেষত

সি নিজকে প্ৰস্তুত কৰিলে তালৈ যাবলৈ। সি গাড়ীখন লৈ গৈ তাতে নামিল আৰু শেষকৃত্যৰ কাৰণে পইচা অলপ দি আকৌ গাড়ীত উঠি গুচি আহিল। কোনেও তাক একো ধৰিব নোৱাৰিলে। সি তেনেকৈয়ে পাল মাৰি খবৰটো ল'লে। অলপ পিছত বিদ্ৰূপেও টোপনিৰ পৰা সাৰ পালে। ইফালে, তাক নিবলৈ মানুহ আহি ৰৈ থাকিল। মুকুন্দও বিদ্ৰূপৰ লগতে ওলাল। কাশ্যপে খিৰিকীৰে সকলো চাই থাকিল। বাংলোৰ সন্মুখৰ বাটটোৰেই তাইৰ দেহা চাঙিৰে শ্মশানলৈ নিয়া হ'ল। তাই শৈশৱৰে পৰা উমলি অহা গছ-গছনিয়েও যেন তাইৰ মৃত্যুক সহজে ল'ব নোৱাৰিলে। একেলগে খেলি ডাঙৰ হোৱা চাহপাতৰ গছবোৰ আৰু তাৰ মাজে মাজে থকা দীঘল গছবোৰে তাইক সন্মান জনাবলৈ এজাক শীতল বতাহ মাৰি কেইটিমান মৰহা শুকান ফুল তাইৰ দেহৰ ওপৰত পেলাই নিয়া বগা কাপোৰখনৰ ওপৰত ছটিয়াই দিলে। বাংলোটোৱেও নীৰৱে চকুলো টুকিলে। কাৰণ তাৰ সন্মুখতেই জানো তাই উমলি ডাঙৰ হোৱা নাই। খিৰিকীৰে চাই থকা কাশ্যপৰো তাইক লগ পোৱাৰ প্ৰথম দৃশ্যটো মনলৈ ভাহি আহিল। সিও ৰ'ব নোৱাৰি বাংলোৰ ভিতৰতে গোপনে চকুলো টুকিলে।

পৃথিৱীৰ সকলো জ্বালা-যন্ত্ৰণাই তাইক ধৈৰ্য হেৰুৱাই পেলালে। যিটো কাৰণে তাই মৃত্যুকেই সহজ পথ বুলি বাছি ল'লে। তাই ভাবিলে— তাই মুক্তি পালে; কিন্তু বিদ্ৰূপৰ জীৱনটো কি হ'ব। সিও কি মাকৰ দৰে সহজ পথটিকে বাছি ল'ব নেকি? সি কেতিয়াও ইমান দুৰ্বল নহয়। সি মাকৰ মৰা শ নিয়া চাঙিখনৰ পিছে পিছে টেলেকা-টেলেককৈ চাই নিজকে ঘিণাই গ'ল। সি মনৰ মাজত উচুপি গ'ল— পৃথিৱীত আহিছো কেৱল কষ্ট খাবলৈ। মই আজি যাৰ কাৰণে ইমান কষ্ট খাইছো, তাৰ ওপৰত প্ৰতিশোধ মই লমেই। ভগৱান, তুমি ভাবিছা মই হাৰ মানিলো। ওহো, মই কেতিয়াও হাৰ নামানো। মই মুখেৰে কাকো একো নকওঁ। মই সকলো সমস্যাৰ সমাধান নিজ হাতে কৰিম। হে ভগৱান, তুমি মোক আৰু কষ্ট দিব নোৱৰা। তুমি মোক যিমান কষ্ট দিবা, তাৰ বিপৰীতে মই তাতকৈও ডাঙৰ ডাঙৰ কাম কৰিম। কাশ্যপে ভাবিছে— সি টকাৰে বাচি যাব। মিছা কথা, সি জীৱনৰ কাৰণে এদিন মোৰ ভৰিত পৰিব লাগিব। সেইটো দিন এতিয়া তাৰ তেনেই কাষত। এতিয়া কাশ্যপ, তই সাজু হৈ থাক। মই তোক কেতিয়াও ক্ষমা নকৰো। সি য'তেই বহে, য'তেই থাকে তাৰ মনৰ মাজত এটা চিন্তাৰেই বিচৰণ কৰি থাকে— সি কেতিয়া কাশ্যপৰ ওপৰত প্ৰতিশোধ ল'ব পাৰিব। সি ভাবি ভাবি সেইটো দিন বিচাৰি পালেগৈ। সি ভাবিলে— যিদিনাই মুকুন্দ ঘৰলৈ যাব,সেইদিনাই কাশ্যপৰ সকলো কৰ্মৰ শেষ দিন হ'ব। তাৰ দম্ভালি, তাৰ ফিতাহি

সেইদিনাই চব চূৰমাৰ কৰি দিম। ছিঃ এনেকুৱা অসভ্য এটাক মোৰ পিতৃ বুলি কোৱাটো পিছৰে কথা, মনত ভাবিবলৈও মোৰ ঘিণ লাগে। কি নিৰ্লজ্জ কি অহঙ্কাৰী! এতিয়াও তাৰ একো পৰিৱৰ্তন দেখা নাই। ইমান নিৰ্লজ্জ মানুহ পৃথিৱীত জীযাই থকাৰ কোনো অধিকাৰ নাই। তাৰ ছাঁটোৱেই মানুহক ধ্বংস কৰিব। সেই পাপীৰ ছাঁ মই পৃথিৱীৰ পৰা তেজেৰে মচিম আৰু তেনেকুৱা পাপীৰ ছাঁ মই পৃথিৱীত কাহানিও পৰিবলৈ নিদিওঁ। এইবোৰ ভাবি ভাবি বিদ্ৰূপ জঠৰ হৈ গ'ল। খন্তেক পিছতে তাৰ মনলৈ এটা প্ৰশ্ন আহিল— মুকুন্দতো এই মাহত ঘৰলৈ যোৱা নাই। সেয়ে সি যিদিনাই ঘৰলৈ পইচা দিবলৈ যাব, সেইদিনাই বিদ্ৰূপৰ বহুদিনৰ মনোবাঞ্ছা পূৰ্ণ হ'ব। সেইদিনাই সি কাশ্যপৰ নাম পৃথিৱীৰ পৰা মচি পেলাব। মুকুন্দ থাকোঁতেও সি পাৰে, কিন্তু মুকুন্দই কেনেবাকৈ গম পালে, তাৰ কাম সিদ্ধি নহ'ব। তাৰ মনৰ আশা মনতে বৈ যাব। তাতে মুকুন্দ হ'ল ঠাণ্ডা প্ৰকৃতিৰ মানুহ। কিবা কাৰণে যদি বিদ্ৰূপে কিবা অঘটন ঘটাই তাৰ পৰা আঁতৰি যায়, তেনেহ'লে সকলো শাস্তি মুকুন্দয়েই গা পাতি ল'ব লাগিব। কাৰণ পুলিচ আৰু ওচৰ-পাঁজৰৰ মানুহে মুকুন্দকে সকলো ঘটনাৰ মূল নায়ক বুলি মানি ল'ব। সেয়ে তাক বিপদত কোনোপধ্যেই বিদ্ৰূপে পেলাব নোৱাৰে। বিদ্ৰূপৰ এটা কথা ভাবিহে বেয়া লাগিল— কাৰণ মুকুন্দই কাশ্যপৰ পৰা টকা-পইচা, বস্ত্ৰ-বাহানিকে আদি কৰি বহু সুবিধা পাইছিল। সেইবোৰ সুবিধাৰ পৰাহে সি খন্তেকতে বঞ্চিত হ'ব। বিদ্ৰূপে আকৌ এবাৰ চিন্তা কৰি চালে— মুকুন্দ ভাল মানুহ যেতিয়া সি য'তে ত'তেই আদৰ পাব। তাক কোনো মানুহে সহজে বেয়া পাব নোৱাৰে। তাতে সিনো কি এনে ডাঙৰ কামটো কৰে। ৰান্ধনিহে। সেইটো কাম সি য'তে ত'তেই পাব। সেইবোৰ সৰু কথা ভাবি একো লাভ নাই। পিশাচটোক শেষ কৰিব পৰাটোহে মোৰ আচল কাম আৰু একমাত্ৰ প্ৰতিজ্ঞা। মই মুঠতে যেনে তেনে মোৰ কাম সমাধা কৰিব পাৰিলেই মোৰ মনত থকা ক্ৰোধৰ বোজাটি অলপ হ'লেও পাতলিব। নহ'লে মই যেতিয়াই মাৰ কথা ভাবো, তেতিয়াই পিশাচটোহে মোৰ মনলৈ বাৰে বাৰে আহে। তেতিয়া মই ক্ৰোধত বলিয়া হৈ যাওঁ। তাক মোৰ বাটৰ পৰা আঁতৰাই ল'ব পাৰিলেহে মোৰ মাৰ শান্ত হাঁহিৰ মুখখন মনলৈ এবাৰ আনিব পাৰিম। তাৰ প্ৰতিশোধ ল'ব নোৱাৰিলে, মই মাৰ ওচৰত নিজকে সদায় দোষী দোষী বুলি ভাবিম।

সেই মতেই কাম হ'ল। মুকুন্দই কেইদিনমানৰ পিছতে দৰমহা পালে। মুকুন্দই বিদ্ৰূপক ক'লে—

'বিদ্ৰূপ, মই কালি ঘৰলৈ যাম। তই সৰু মালিকক ভাত-পানী ৰান্ধি দিবি।'

বিদ্ৰূপে ক'লে— 'সেইটো আৰু কোবা কথানে? তই দেখোন ঘৰলৈ গ'লে মই মালিকক ৰান্ধি-বাঢ়ি খুৱাওঁৰেই। তেওঁলোক হ'ল মালিক মানুহ, তেওঁলোকৰ শুশ্ৰূষা কৰাই হ'ল আমাৰ প্ৰধান কৰ্তব্য আৰু ধৰ্ম; হয়নে নহয়?'

'হয় বিদ্ৰূপ, হয়। তোৰ মাৰ এইজনৰ শুশ্ৰূষা কৰি কৰিয়েই এদিন পৃথিৱীৰ পৰা বিদায় মাগিলে। তোৰ ককাৰেতো তেওঁৰ ওপৰত এৰো টোপ পৰিলৈই নিদিয়ে। তেওঁক কেনেকৈ সন্তুষ্ট কৰিব পাৰি, তেওঁলোকে কেৱল সেইটোহে চিন্তা কৰিছিল।'

'হয় মুকুন্দকাই, তই ঠিকেই কৈছ। বুজিছ পৃথিৱীত আমাৰ কাৰণে আৰু বেলেগ ভগৱান নাই। ইহঁতেই আমাৰ ভগৱান। ইহঁতেই আমাৰ বিচাৰক।'

' অ' বিদ্ৰূপ, ককাৰৰ গাটো বোলে ভাল নহয়। তই ককাৰৰ খবৰ-খাতি নোলোৱা হ'লি নেকি?'

'নাই মুকুন্দকাই, মই ঘৰলৈ কেতিয়াও নাযাওঁ; কাৰণ সেইফালে মই যাব নোৱাৰো আৰু কোনোদিন নাযাওঁ। জান মুকুন্দকাই সেইফালে গ'লে মাক মই দৌৰি দৌৰি মোৰ ফালে অহা দেখো।'

'বিদ্ৰূপ, মাৰৰ কথা মনত পৰিলেই তই একো ক'ব নোৱাৰা হোৱা। হ'ব হ'ব বিদ্ৰূপ, তই সেইবোৰ ভাবি নাথাকিবি।'

'সেইবোৰ নভবাকৈ বাৰু কেনেকৈ থাকো? তয়ে চাচোন বাৰু মুকুন্দকাই, তোৰ সকলো আছে। কিন্তু ইমান ডাঙৰ পৃথিৱীখনত মই এটা ক্ষুদ্ৰ প্ৰাণী, তেনেই অকলশৰীয়া। বুজিছ মুকুন্দকাই মোৰ ঠাইত তই হোৱা হ'লেও তোৰ এনেকুৱা অৱস্থাই হ'লহেঁতেন।'

'বিদ্ৰূপ, তই যে ইমান চিন্তা কৰিছ, তোৰ কি নাই? মালিকেই আছে দেখোন। খোৱা-পিন্ধোৱা, পঢ়োৱা সকলো দায়িত্বচোন তোৰ মালিকেই লৈছে। ক'বলৈ গ'লে তোৰ নিচিনা ভাগ্যৱান কোনো নাই। নহ'লে আমাৰ নিচিনা মানুহে ক'ত পঢ়িব পাৰে। সেয়ে তই মালিককে সকলো বুলি ভাবিবি, তেতিয়াহে তই পৃথিৱীত শান্তি পাবি।'

'মুকুন্দকাই, সেইবোৰ ধনী মানুহৰ কথা মোক নক'বি। আজি মৰম কৰিছে, কালিলৈ গতা মাৰি বাহিৰ কৰি দিব। মুকুন্দকাই আৰু নুলিয়াবি এইবোৰ কথা। মুঠতে আচল কথা কবলৈ হ'লে মোৰ নিজৰ বুলিবলৈ এইখন পৃথিৱীত কোনো নাই। এইবোৰ কথা মনলৈ আহিলে মোৰ বৰ দুখ লাগে জান মুকুন্দকাই' — বুলি কৈ বিদ্ৰূপে সকলো কথা ইমানতে বুকুতে সাঁচি প'লে। কাৰণ এইবোৰ কথা

মুকুন্দৰ আগত ফাদিল কৰা মানে তাৰ কল্পনা কল্পনা হৈয়ে ৰৈ যাব। বিদ্রূপৰ বুকুত যি প্রতিশোধৰ জুই জ্বলি আছে, সেইকুৰা জুই সদায় জ্বলিয়েই থাকিব। মানুহৰ আগত তাৰ পৰিত্যক্ত জীৱনৰ কথা গাই ফুৰিলে সি কিটো পাব, তাৰ প্রতিজ্ঞা প্রতিজ্ঞা হৈয়ে ৰৈ যাব। তেতিয়া পৃথিৱীত তাৰ জীৱন সাৰ্থক নহ'ব। তেনেই বিফল হ'ব।

পিছদিনা মুকুন্দ যাবলৈ ওলাল। বিদ্রূপে আগৰকেইবাৰৰ দৰে ৰান্ধনি ঘৰৰ দায়িত্ব ল'লে। বিদ্রূপে মুকুন্দক যোৰাৰ আগে আগে এপিয়লা চাহ যাচিলে। মুকুন্দই কাপত ওঠ দি দুঢোকমান চাহ খাইছেহে মাত্র, তেনেতে বিদ্রূপে ক'লে—

'তই বা মোক আৰু দেখনে নেদেখ।'

বিদ্রূপৰ অমঙ্গলীয়া কথাষাৰে মুকুন্দক উচপ খুৱাই দিলে। মুকুন্দই ক'লে--

'বিদ্রূপ, ইমান সৰু ল'ৰাটো হৈ তই কি অমঙ্গলীয়া চিন্তাবোৰ কৰি থাক।'

মুকুন্দই মনতে ভাবিলে— ই আকৌ আত্মহত্যা কৰিব নেকি মাকৰ নিচিনাকৈ? এইবোৰ ভাবি মুকুন্দৰ গাটো জিকাৰ খাই উঠিল। মুকন্দই ক'লে—

'চা বিদ্রূপ, তই এইবোৰ কথা কৈ থাকিলে মই কিন্তু ঘৰলৈ নাযাওঁ আৰু তোৰ মুখেদি ওলোৱা অমঙ্গলীয়া কথাবোৰ মালিককো কৈ দিম।'

বিদ্রূপে ভাবিলে— কথা দেখোন ভীষণ। মালিকক ক'ব লাগিলে দেখোন ডাঙৰ কথা হ'ব। সেয়ে সি ক'লে—

'নকওঁ নকও মুকুন্দকাই, আচলতে মনৰ দুখতে যি-তি ওলাইছে। তই জানই দেখোন, মই কিমান টান মানুহ। তেনেকুৱা সৰু-সুঁৰা কাম জানো মই কৰিব পাৰিম?'

'সেইটো অৱশ্যে হয়। আজি আকৌ যে তই ওলট-পালটখন ধকি আছ?'

তেতিয়া বিদ্রূপে হাঁহি এটা মাৰি ক'লে— 'আচলতে মুকুন্দকাই তোক মই ভয় খুৱাইছিলো।' বিদ্রূপৰ হাঁহিটো দেখি মুকুন্দৰ মনটো অলপ পাতলিল। তথাপি কিয় জানো বিদ্রূপৰ হাহিটিত মুকুন্দৰ এনেকুৱা লাগিল— কিবা যেন ৰহস্য লুকাই আছে। বিদ্রূপে মুকুন্দক ক'লে— 'মুকুন্দকাই, তোৰ দেৰি হ'ব সোনকাল কৰ।'

মুকুন্দয়ো হাতত থকা সৰু টোপোলাটো লৈ বিদ্রূপক মাত লগাই ওলাই গ'ল। বিদ্রূপে মুকুন্দ যোৱালৈ চাই থাকিল। মালিকক খাবলৈ দিবৰ সময় হ'ল, নহ'লে সি মুকুন্দক অলপ দূৰ আগবঢ়াই থৈ আহিলহেঁতেন। বিদ্রূপে চাই

থাকিল— যা মুকুন্দ যা, এয়াই তোৰ শেষ। বাংলোলৈ মাত্র এবাৰহে আহিব পাৰিবি তাকো খবৰ ল'বলৈ।

ভিতৰত সৰু মালিকৰ শব্দ শুনি সি খৰ-ধৰকৈ গৈ ভিতৰ সোমাল। কাশ্যপে বিদ্রূপক সুধিলে—

'বিদ্রূপ, মুকুন্দ গ'ল নেকি?'

'হয় গ'ল।'

'বিদ্রূপ, পানী এগিলাচ দেচোন।'

পানী গিলাচ দি সি সুধিলে— 'মালিক, ৰুটী বনাই থোৱা আছে, উলিযাই দিওঁ।'

'দে, খায়েই লওঁ।'

বিদ্রূপে ৰুটী-ভাজি উলিয়াই দি কাশ্যপলৈ বুলি চাহ একাপ কৰিবলৈ গ'ল। কাশ্যপক চাহ কাপ কৰি আনি দিছেহে মাত্র— এনেতে কাশ্যপে সুধিলে—

'বিদ্রূপ তই খালিনে নাই?'

'মালিক, আপোনাৰ হ'লেই খাম।'

'খাই ল, খাই ল।'

'পিছে মালিক, দুপৰীয়া মাছ ৰান্ধিমনে মুৰ্গী ৰান্ধিম?'

'তোৰ পিছে কি ভাল লাগে— মাছনে মুৰ্গী?'

'নাই মালিক, মোৰ একোৱেই ভাল নালাগে। মোৰ কাৰণে খালি ভাতেই ঠিক আছে। আমি গৰীব মানুহ, এইবোৰ খোৱাৰ জুতি ল'লে কেনিকৈ হ'ব।'

'বাহঃ তই দেখোন বহু কথা ক'ব জনা হ'লি। বুইছু বিদ্রূপ, ভালকৈ পঢ়; এইবোৰ তোৰ ভাগ্যত সদায় আহি থাকিব।'

'নাই মালিক, মোৰতো কোনোৱেই নাই। ইমান ডাঙৰ ভাগ্য মোক কি কৰিবলৈ?'

'তোৰ কোনো নাই মানে, মই আছো নহয়। তই যিমানলৈকে পাঢ়িব পাৰ, মই তোক সিমানলৈকে পঢ়াম।'

বিদ্রূপে একো উওৰ নিদিলে। বিদ্রূপৰ এনেকুৱা লাগিল— আজি তাক কাশ্যপে আচল পৰিচয় দিয়েই দিব নেকি? নাই, কাশ্যপৰ অকণো গা নললিল। বিদ্রূপে ভাবিলে— নিষ্ঠুৰ, তোৰ কাৰণেই মায়ে আত্মহত্যা কৰিব লগা হ'ল।

তইনো মোক পিতৃ বুলি আজি পৰিচয় দিবিনে? সেইখিনি সাহস তোৰ নাই, পাপী আজিয়েই তোৰ শেষ দিন। যিমান পাৰ আজিয়েই তই খাই ল। আজিয়েই মই তোক মাছে-মুৰ্গীয়ে আটাইবোৰ ৰান্ধি খুৱাম। ৰাতিলৈকে আজি তই ভালকৈ খাই ল'বি। আজি ৰাতিৰ সাঁজেই তোৰ শেষ সাঁজ। আজি ৰাতিয়েই তই গমপাবি— মই কোন। তোৰ অহঙ্কাৰেই তোৰ মৃত্যুৰ কাৰণ হ'ব। সেইদিনা বিদ্রূপে আঞ্জাবোৰ বৰ সুন্দৰকৈ ৰান্ধিলে। কাশ্যপে ক'লে—

'বিদ্রূপ, দুপৰীয়াৰ আঞ্জাও বৰ সোৱাদ হৈছে। ৰাতিৰখিনিও বৰ সোৱাদ লগা হৈছে। মই ভাত আজি বহুত খাইছো। তই ইমান জুতিলগাই ৰান্ধিবি বুলি মই ভাবাই নাছিলো। তই মুকুন্দৰ ওচৰত থাকি থাকি বহুত শিকিলি। কিন্তু তই মুকুন্দতকৈও ভাল ৰান্ধিছ। মুকুন্দ থাকিলেও তই মাজে মাজে ৰান্ধিবি দেই।'

বিদ্রূপে মনতে ভাবিলে— এবাৰ যদি তই মোক কৈ দিলোহেঁতেন, মই তোৰ ল'ৰা আৰু তই মোৰ পিতৃ, তেনেহ'লে মই ওৰে জীৱন তোৰ ভৰিত পৰি থাকিলোহেঁতেন। কোনেও মোক তোৰ ওচৰৰ পৰা আঁতৰাব নোৱাৰিলেহেঁতেন। এবাৰ যদি গোপনেও মোক ক'লিহেঁতেন মই তোৰ পুত্ৰ বুলি, তেতিয়া ময়ো কথাষাৰ গোপনেই ৰাখিলোহেঁতেন তোৰ মুখলৈ চাই। কিন্তু নাই, তই নোৱাৰ— মই তোৰ পুত্ৰ বুলি চিনাকি দিবলৈ তোক কতবাৰ মায়ে কাবৌ কৰিলে, শেষত জানো আত্মহত্যা কৰিবলৈ বাধ্য নহ'ল? এতিয়ানো তই পাৰিবিনে মোক তোৰ পুত্ৰ বুলি চিনাকি দিবলৈ। কাৰণ তই ধনী মানুহ। ধনৰ বলকে তই প্ৰকৃত বল বুলি ভাবিছ। এয়া আজিয়েই মই প্ৰতিজ্ঞা কৰিছো— আজিয়েই তোৰ শেষ ৰাতি। আজিয়েই তোৰ অহংকাৰ-নিষ্ঠুৰতাৰ পৰিণাম পাবি। যিটো কথা তোৰ মুখেৰে উলিয়াব নোৱাৰি মায়ে মৃত্যুক আঁকোৱালি ল'ব লগা হ'ল, সেইটোনো তই এই জনমত কেতিয়াবা স্বীকাৰ কৰিবিনে? মুঠতে তই ভাবিছ চম্পাক আঁতৰাই তই বাটৰ কাঁইট আঁতৰালি। নাই কাশ্যপ, নাই। মই তোক কাহানিও মাৰ ওচৰৰ পৰা আঁতৰিবলৈ নিদিওঁ। মা য'ত আছে, তালৈ তোক মই পঠামেই। মাৰ আশা মই পূৰণ কৰিম। তোৰ কাৰণেই মায়ে সকলো ত্যাগ কৰিলে, অথচ তই ক্ষুদ্ৰ স্বাৰ্থৰ কাৰণে মাকতো শান্তি দিলিয়েই লগতে মোকো। এইবোৰ ভাবি ভাবি সি মেজৰ পৰা বস্তুবোৰ আনি থাকিল। কাশ্যপ মেজৰ পৰা কেতিয়া উঠি গ'ল সি গমকে নাপালে। এইবোৰ কথা মনলৈ আহি তাৰ মনটো একেবাৰে বেয়া কৰি পেলালে। ইমান ভোক লাগি থকা পেটটোত ক'ৰ ভোক ক'লৈ গ'ল সি গমকে নাপালে। তৎক্ষণাৎ তাৰ মনত

পৰিল— তাৰ আঁচনিৰ কথা। আজি সি কোনোপধ্যেই যি-ত্তি কথা চিন্তা কৰি সময় নষ্ট কৰিলে নহ'ব। সেয়ে সি পেট ভৰাই ভাত খাই ল'লে। অলপ দিনৰ আগতে ককাকৰ পৰা মনে মনে অনা টোপনি অহা টেবলেটটো গুৰি কৰি কাশ্যপৰ গাখীৰত মিলাই দিলে। আন দিনাতকৈ সেইদিনা চেনি সৰহকৈ দিলে। তেতিয়া ৰাতি চাৰে দহমান বাজিছে। কাশ্যপক গাখীৰ গিলাচ দিয়েই সি পোনে পোনে পাকঘৰ পালেহি। সি গাখীৰ দি ভয়ো খালে— কিজানিবা কাশ্যপে কিবা মিহলোৱা আছে বুলি গম পায়েই। সেয়ে সি আকৌ এবাৰ পানী এগিলাচ দিয়াৰ চলেৰে কাশ্যপৰ ৰুমত সোমাল। সি দেখিলে কাশ্যপে কাগজ এখন পঢ়ি পঢ়ি গাখীৰ গিলাচ খাই শেষেই কৰিলে। বিদ্ৰূপে খালী গাখীৰৰ গিলাচটো কাশ্যপৰ কাষত থকা মেজখনৰ পৰা লাহেকৈ লৈ আহি পাকঘৰত থ'লেহি। সি লেতেৰো বাচন-বৰ্তনখিনি তেনেকৈয়ে পেলাই থ'লে। তাৰ একো কাম কৰিবলৈ মন নগ'ল। মনটোও বৰ অস্থিৰ হৈ থাকিল। অলপ দেৰিৰ পিছতে কাশ্যপে ৰুমৰ লাইটটো বন্ধ কৰি ডিম লাইটটো জ্বলাই দিলে। বিদ্ৰূপৰ এতিয়াহে অলপ তত আহিল। কাৰণ কাশ্যপে ডিম লাইট জ্বলাইছে যেতিয়া এতিয়া আৰু কাশ্যপে অন্য কাম বাদ দি শুই থাকিব। বিদ্ৰূপ ৰান্ধনি ঘৰৰ এচুকত বহি থাকিল। কিন্তু সি তৎক্ষণাতে ভাবিলে— ইয়াত বহি থকাতকৈ তাৰ নিজৰ কোঠাত বহি থকাই ভাল হ'ব। কিয়নো তেতিয়া সি মেজৰ ওপৰত থকা ঘড়ীটো চাই থাকিব পাৰিব আৰু কাশ্যপৰ কোঠাটোলৈ যোৱাটোও সুবিধা হ'ব। কাৰণ সেইফালেদি কাশ্যপৰ কোঠালৈ যোৱাটো সহজ। সেয়ে সি তাৰ কোঠালিত গৈ বহিলগৈ। সি ইমানেই অস্থিৰ হৈ থাকিল যে ক'ৰ টোপনি তাৰ ক'লৈ গ'ল, সি গমকে নাপালে। টোপনি পলাই ফাট মাৰিলে। সি ঘড়ীটো চাই দেখিলে ১২ টা বাজিছে। সি মনে মনে ধাৰাই থোৱা খুকুৰিখন বিছনাৰ তলৰ পৰা উলিয়াই তাৰ নিজৰ ওচৰত হাতে পোৱাকৈ ৰাখিলে। এবাৰ খাপৰ পৰা উলিয়াই নিৰীক্ষণ কৰিলে— চালে ধাৰ ঠিকেই আছে নে নাই। দেখিলে ঠিকেই আছে। তাৰ বহি বহি আমনি লাগিল। সি ভাবিলে— আজিতো মোৰ কাম সমাধা নহ'লে কোনোকালেই সমাধা কৰা সম্ভৱ নহয়। কাৰণ বাংলোত কোনোবা নহয় কোনোবা মানুহ থাকেই। আজিয়েই কোনো নাই। আজি যদি মই কেনেবাকৈ সুযোগ হেৰুৱাও আৰু কোনোদিনেই সেই সুযোগ নাপাওঁ। এইবোৰ ভাবি ভাবি আকৌ এবাৰ সি ঘড়ীটোলৈ চকু ফুৰাই দেখিলে— দেৰটা বাজিছে। এইবাৰ সি সাজু হ'বৰ হ'ল। সি কামটো সমাধা কৰি আহি পিন্ধিবৰ কাৰণে এযোৰ কাপোৰ ঠিক কৰি ৰাখিলে। ওচৰতে গামোচা এখন আৰু কাপোৰৰ

বেগ এটা। বেগটোত ডাঙৰ পাথৰ এটা দিনতেই ভৰাই ৰাখিছিল। পাথৰটো ঠিকেই আছে নে নাই চালে। এইবাৰ ঘড়ীটোলৈ চাই দেখিলে— দুটা বাজিবৰ হ'ল। এনেতে সি হাতত খুকুৰীখন লৈ হাতত সাৰে ভৰিত সাৰে কাশ্যপৰ কোঠাত সোমাল। কাশ্যপৰ ভৰিৰ ওপৰৰ আঁঠুৱাৰ ৰচীডাল খুলি আঁঠুৱাখন অলপ কোঁচাই ল'লে। তাৰপিছত কাশ্যপ বুলি কৈ এক ঘাপ দি আকৌ খুকুৰী উলিয়াই কাশ্যপৰ পেটত ভৰাই দিলে। এইবাৰ খুকুৰীখন উলিয়াই আনি তাত এক মিনিটো নৰৈ লগে লগে ৰুমটোৰ ওচৰতে থকা বাথৰুমটোত খৰ-ধৰকৈ হাত ধুই, খুকুৰীখন ধুই টানকৈ গামোচাৰে হাত মুখ মোহাৰি তাৰ উলিয়াই থোৱা কাপোৰযোৰ পিন্ধি ল'লে। তেজেৰে লেতেৰা হোৱা কাপোৰ যোৰ গধুৰ শিল থকা বেগটোত শিলেৰে সৈতে মেৰিয়াই ভৰাই দি বেগৰ মুখখন ৰচীৰে ভালকৈ বান্ধিলে। তাৰ পিছত সি বাংলোৰ পিছফালে থকা নদীখনলৈ বেগটো হেকেৰ-পেকেৰকৈ নি নদীখনৰ বুকুত পেলাই দিলে। তাৰ পিছত খুকুৰীখনো নদীৰ মাজলৈ দলি মাৰি দিলে। সি খন্তেকতে মগজুৰ ভাৰসাম্য হেৰুৱাই পেলালে। সি বহু দেৰি একো গম নোপোৱাকৈ বাটে বাটে দৌৰি থাকিল। তাৰ মূৰটোও ঘূৰাবলৈ ধৰিলে। তাৰ এনেকুৱা লাগিল— সি যেন বাটত পৰি থাকিব। সি ৰাতিটোৰ ভিতৰতে এইখন গাওঁতো এৰিব লাগিবই, লগতে বহু দূৰ পাবও লাগিব। নহ'লে তাৰ মৰণ নিশ্চিত। সেইবোৰ ভাবি ভাবি সি দৌৰিয়েই থাকিল। অলপ দূৰ যোৱাৰ পিছত সি দেখিলে— দূৰৈত এটা লেমৰ ক্ষীণ পোহৰ থকা ঘোঁৰা গাড়ী গৈ আছে। সি ঘোঁৰা গাড়ীখনৰ পিছে পিছে দৌৰি থাকিল। সি ভাবিলে— এনেকৈয়ে ঘোঁৰা গাড়ীখনৰ পিছে পিছে দৌৰি থাকোঁতে সি এটা সময়ত বহু দূৰ পাবগৈ। কিন্তু অলপ দেৰিৰ পিছত দেখিলে, ঘোঁৰা গাড়ীখন লাহে লাহে ৰখিছে। তাৰ পিছত ঘোৰা গাড়ীৰ চালকজন ঘোঁৰা গাড়ীৰ পৰা নামি ৰাস্তাৰ কাষত পেচাব কৰিবলৈ বহিল। সেই সময়তে বিদ্রূপে মনে মনে খৰ-ধৰকৈ আহি ঘোৰা গাড়ীখনত বহিলগৈ। ঘোঁৰা গাড়ীখনত তিনিটামান কয়লাৰ বস্তা আছে। তাতে সি কুচি মুচি বহি ল'লে। ঘোঁৰা গাড়ীৰ চালকজনে আকৌ আহি ঘোঁৰা গাড়ীখন চলাবলৈ আৰম্ভ কৰিলে। গাড়ী চালকজনে মদ খাই লৈছে। কাৰণ বিদ্রূপে গাড়ী চালকজনে গাড়ীত উঠাৰ লগে লগে মদৰ গোন্ধ পালে। গাড়ী চালকজনে কিন্তু গাড়ীত কোনোবা আছে বুলি অকণো গম নাপায়। সি ঘোঁৰাৰ নাকীডাল টানি টানি গাড়ীখনৰ গতিবেগ বৃদ্ধি কৰিলে। অলপ দূৰ যোৱাৰ পিছতে বিদ্রূপৰ হেঁচাত কয়লাৰ বস্তা এটা বাগৰি মাটিত পৰিল। সি গাড়ীখন ৰখাই পিছলৈ ঘূৰি ডিঙি মেলি মেলি চাওঁতে বিদ্রূপক

দেখিলে। বিদ্রূপক দেখিয়েই সি চিঞৰিলে—

'তুম কৌন হো?'

বিদ্রূপে লাহে লাহে ক'লে— 'ভাই চাহাব, মইহে।'

চালকজনে গাড়ীৰ পৰা নামি পিছলৈ আহিল আৰু লগে লগে বিদ্রূপো নামিল। দুয়োজনে বস্তাটো ধৰি গাড়ীত তুলি ল'লে— 'বেটোৱা চণ্ডালকে। য়াহা ব্যেথ' বুলি কৈ বস্তাকেইটা টানি সৰু ঠাই এটুকুৰা উলিয়াই দিলে। সি আকৌ ঘোঁৰা দৌৰালে। ঘোঁৰা গাড়ীখন চলাই যাওঁতে বাটে বাটে সি সুধিলে—

'বেটোৱা তই ক'ত যাবি?'

'ক'ত যাওঁ জানো! আচলতে ভাই চাহেব এই পৃথিৱীত মোৰ কোনো নাই।'

'কোনো নাই মানে? মানে চব মৰি গ'ল। হামাৰো ঐৰকম। হামাৰো চব মৰি গ'ল। আমিও পৃথিৱীত অকলশৰীয়া। একটা বাচ্চাতো আমি নিজেই মাৰিলো।'

বিদ্রূপ উচপ খাই উঠিল। ই আকৌ এইবোৰ কি কৈছে। নিজৰ পেটৰ পোৱালিকো সি নিজেই মাৰিলনে? তথাপি পিছমুহূৰ্ত্তে তাৰ মগজুলৈ এটা ভাব আহিল— সেইটোনো কি ডাঙৰ কথা, ময়েই দেখোন নিজৰ পিতৃক হত্যা কৰিছো। ঠিক তেনেকৈ সি তাৰ পুতেকক হত্যা কৰিছে। কথা একেটাই। যেনেকৈ আটাইবোৰ কথা মই গম পাইছো বুলি জনা হ'লে বা মই কাশ্যপৰ পুতেক বুলি প্ৰতিবাদ কৰা হ'লে কাশ্যপেও হয়তো এদিন মোক হত্যা কৰিবলৈ বাধ্য হ'লহেঁতেন। ময়েই জানো এদিন বিয়া-বাৰু; বংশ-মৰ্যাদা সকলোতে হেঙাৰৰ সৃষ্টি নকৰিলোহেঁতেন। পিছে ই বাচ্চা কৈছে যেতিয়া, তেনেই কেঁচুৱাতেই সি মাৰিলে। সি বা তাক কি দোষ কৰিলে? সেয়ে বিদ্রূপে কথাটো জানিবৰ উদ্দেশ্যে সঙ্কোচ সঙ্কোচভাবেৰে তাক সুধিলে—

'ভাই চাহাব, বাচ্চাটো তুমি কিয় মাৰিলা।'

'নাই বেটোৱা, জান-বুজ কৰ নাই মৰা। মোৰ বহুত গলতি হৈ গ'ল। সেইদিনা ঘৰত খাবলৈ একো নাছিল। বাচ্চা তিনিওটাৰ খুব ভোক লাগিছিল। আটাইকেইটাই খুব কন্দা-কটা, হুলস্থুল কৰিছিল। মই আকৌ সেইদিনা চাৰাব খাই আহিছিলো। মোক দেখি মাইকীটোৱেও বহুত খিচ খিচ কৰিলে। মোৰ ভি মেজাজ গৰম উঠি আহিল। সেই সময়তে মাইকীটোৱে মোক সৰু বাচ্চাটো ল'বলৈ দি ওচৰত থকা আমাৰ নিচিনা গৰীব মানুহৰ ঘৰৰ পৰা কিবা খোৱা

বস্তু আনিবলৈ গৈছিল আৰু মই কান্দোন চম্ভালিব নোৱাৰি বাচ্চাটো মাটিত থেকেচা মাৰি ৰাখিলো। একে থেকেচাতেই সি মৰি গ'ল।'— এইবুলি ডিঙিত থকা কাপোৰখনেৰে তাৰ চকু দুহাল মোহাৰিলে। 'তাৰ পিছত বাকী দুটা বাচ্চা ভি বেমাৰ হৈ ভগবান কা প্যাৰি হৈ গ'ল। মাইকীটো ভি মৰি গ'ল। বেটোৱা মোৰ বহুত পাপ হ'ল। মোৰ নিচিনা ভি পাপী কোনো নাই। মই ভাবিছিলো— চাৰাবেই মোৰ চব চেচ কৰি দিলে। ঐ কাৰণে মই বহুতবাৰ চাৰাব এৰিব চালো, নাই কোনো লাভ নাই। চব চেচ হৈ যোৱাৰ পিছত এতিয়া এৰিকেনে কি লাভ আছে। মই বহুত পচতাই আছো।'

বিদ্রূপে পেটে পেটে ভাবিলে— হয়তো ল'ৰা-ছোৱালীক আদৰ কৰিব নাজানিলি, সেই কাৰণে ভগৱানে তাৰ পৰা আটাইবোৰ লৈ গৈ তোক নিঠৰুৱা কৰিলে। তাক বাৰু ভগৱানে তাৰ উৎপাতৰ কাৰণে নিঠৰুৱা কৰিলে। কিন্তু মোক কিয় নিঠৰুৱা কৰিলে। ভগৱানে মোৰ জীৱনটোক ইমান শাস্তি কিয় দিলে। মইতো একো পাপ কৰা নাছিলো। সেইবোৰ চিন্তাত বিদ্রূপ ডুব গৈ থাকোঁতেই ঘোঁৰা চালকে বিদ্রূপক প্ৰশ্ন কৰিলে—

'বেটোৱা, ঐচন ৰাতি তই পিছে ক'ৰ পৰা আহিছ?'

বিদ্রূপে এনেয়ে আগতেই ভাবি থৈছিল। সেয়ে সি সোধাৰ লগে লগে তপৰাই উওৰ দিলে— 'নাই মানে মই মানুহ এঘৰত আছিলো। তাত মোক বৰ শাস্তি দিয়ে। মই বহুত সহ্য কৰিলো, এতিয়া আৰু উপায় নাই, কিমান সহ্য কৰিম। সেয়ে একো সুবিধা নাপাই ৰাতিৰ ভিতৰতে পলাই আহিলো।'

'ইচ বেটোৱা, পলাইকেনে কিয় আহিছ? সিহঁতে তোক বিচাৰি নাথাকিব জানো?'

'বিচাৰিব দেখিয়েইতোই ঘোঁৰা গাড়ীখনত উঠিলো। যাতে বহু দূৰলৈ যাব পাৰো।'

'বেটোৱা টিংখং ৰেল ষ্টেচনত হামাৰ ঘৰ।'

'ভাই চাহেব, তুমি য'লৈকে যোৱা ময়ো তালৈকে যাম।'

তাৰ পিছত দুয়োটাৰ কথা শেষ হয়। তেনেই নীৰৱ-নিস্তব্ধ পৰিবেশত ঘোঁৰা গাড়ীখন ঘোঁৰাৰ জুনুকাকেইটাৰ শব্দৰে আন্ধাৰ ফালি ঝন ঝনকৈ গৈ থাকিল। যিমানেই গোটেইখন নীৰৱ-নিস্তব্ধ হৈ গ'ল— বিদ্রূপৰো আটাইবোৰ কথা ইটোৰ পিছত সিটো চিনেমাৰ ৰিলৰ নিচিনাকৈ মনলৈ আহি থাকিল।

কাশ্যপক মৰাৰ দৃশ্যটো তাৰ মনলৈ বাৰে বাৰে আহি তাৰ মূৰটো ঘূৰোৱাই পেলালে। সি আপ্ৰাণ চেষ্টা কৰিও এই দৃশ্যটো মানসপটৰ পৰা মচিব নোৱাৰিলে। কেইবাবাৰো চকু জপাই চালে, নাই যিমানেই পাহৰিবলৈ চেষ্টা কৰিলে, সিমানেই এই দৃশ্যই বিদ্ৰূপক আমনিহে দিলে। শেষত বিদ্ৰূপে এটা কথাই ঠিক কৰিলে— ঘোঁৰা চালকৰ লগত কথা পাতি যোৱাটোৱেই ঠিক হ'ব। নহ'লে কোনোপধ্যেই এইবোৰ চিন্তাৰ পৰা সি এৰাই থাকিব নোৱাৰিব। সেই বুলি ভাবিয়েই সি ঘোঁৰা গাড়ীৰ চালকজনক মাতি ক'লে—

'ভাই চাহেব, আমি আমাৰ গন্তব্যস্থল পাবলৈ আৰু কিমান সময় আছে?'

'বেটোৱা জোৰে ক। মই ফিৰ শুনাই নাই।'

'মানে ভাই চাহাব, আমি ৰেল ষ্টেচন কেতিয়া পামগৈ?'

'বেটোৱা আৰু দুই ঘন্টামান আছে।'

চালকজনে তাৰ কুৰ্তাটোৰ পকেটৰ পৰা ফিটা চিতা নোহোৱা ঘড়ী এটা উলিয়াই দি পিছলৈ হাত মেলি ক'লে—

'বেটোৱা টাইমটো চাচোন।'

বিদ্ৰূপে ঘড়ীটো চাই দেখিলে— চাৰে পাঁচটামান বাজিছে। সি ঘোঁৰাচালকলৈ ঘড়ীটো আগবঢ়াই দি ক'লে—

'ভাই চাহেব, ঠিকেই আছে। দুঘন্টামান আছে যেতিয়া আমি নিশ্চই চাৰে সাতটামানত পামগৈ। ঘড়ীটো লোৱা।'

চালকজনে ঘড়ীটো লৈ ক'লে— 'বেটোৱা, এই ঘড়ীটো মই ৰেল ষ্টেচনতে পাইছিলো। ফিৰ কি হ'ব! টাইম ভি ভালমতে চাব নাজানো। বেটোৱা, তোৰ কি ভোক লাগিছে নেকি?'

'নাই লগা ভাই চাহেব, নাই লগা।'

'এহ, বেটোৱা চৰম কৰিব নালাগে। অলপ পিছতে এটা হোটেল পাম, তাতে কিবা খাই ল'বি।'

'নাই ভাইচাহেব, মোৰ ভোক লগা নাই। গৈ গৈ আমনিহে লাগিছে।'

অলপ দূৰ গৈয়ে গাড়ী চালকজনে এখন তৰ্জাবেৰৰ সৰু হোটেলৰ ওচৰত গাড়ীখন ৰখাই দিলে। বিদ্ৰূপক ক'লে—

'যা বেটোৱা, দুইটা ৰুটী লৈ আহ। একটা ফিৰ তোৰ, একতা আমাৰ।'

বিদ্রূপে নামি গৈ ৰুটী দুটা লৈ আহি গাড়ীচালকৰ হাতত দি ক'লে—

'ভাই চাহেব, তুমিয়েই খোৱা, মোক নালাগে।'

'হ'ব বেটোৱা, চৰম কাহে কৰিছ? বেটোৱা, খাই ল।'

উপায় নাপাই খাবলৈ মন নোহোৱা সত্ত্বেও বিদ্রূপে ৰুটীখন খালে। ঘোঁৰা চালকটোৱে ৰুটীটো খাই লৈ ঘোঁৰা গাড়ীখনৰ পৰা নামি গাড়ীৰ তলত ওলোমাই অনা দানাৰ বাল্টিংটো ঘোঁৰাটোৰ সন্মুখত দি দিলে। ঘোঁৰাটোৱেও দানা খোৱা শেষ কৰাত চালকজনে বাল্টিঙটো আগৰ ঠাইত ওলোমাই আকৌ গাড়ীৰ ওপৰত জাপ মাৰি বহি ঘোঁৰাৰ নাকী টানি টানি আৰু হাতত থকা ৰচীৰ এচাৰিডালেৰে ঘোঁৰাটো কোবাই কোবাই গাড়ীৰ গতি দ্রুত কৰিলে। ঘোঁৰা গাড়ীৰ ঘোঁৰৰ ডিঙিৰ ঝুনুকাবোৰৰ শব্দ যেন ক্রমাৎ বাঢ়ি আহিল। ঝন ঝনকৈ ঘোঁৰাৰ গাড়ী ৰেল ষ্টেচন অভিমুখে গতি কৰিলে। অলপ দূৰ যোৱাৰ পিছতে ঘোঁৰা চালকে ক'লে—

'বেটোৱা, অভি ষ্টেচন পাবৰ টাইম হৈ গ'ল।'

'ভাই চাহেব, মই ষ্টেচনতে যদি ৰেল পাওঁ উঠি গুচি যাম। মই ষ্টেচনতে নামি দিম।'

'বেটোৱা, তোৰ ফিৰ চিন্তা নাই, তই বহুত দূৰ পালি। ইয়াত তোক কোনেও নাপায়াহি। তই ফিৰ মোৰ লগতে থাকিবি। খালি খোৱা-বোৱাটো কাৰণে কিবা অলপ কৰিবি, খোৱাটো ওলাই থাকিলে কোনো চিন্তা নকৰিবি।'

'হ'ব ভাই চাহেব, হ'ব।'

বিদ্রূপে পেটে পেটে ভাবিলে— ইমান অচিনাকি ঠাইত আশ্রয়নো কোনে দিব। সেয়ে কোনোমতে ইয়াৰ লগত থকাই ভাল। মিছাতে ৰেলত জানিবা উঠি গ'লোৱেই, লাভনো কিটো হ'ব। বেলেগ এটা ৰেল ষ্টেচনত নামি আকৌ ঘূৰি থাকিব লাগিব। পিছত গৈ ৰেল ষ্টেচনৰ মগনীয়া আৰু পাগলৰ শাৰীত শাৰী পূৰাব লাগিব। সেয়ে বিদ্রূপে তাতে থাকিবলৈ ল'লে। ওচৰতে চানাবালা এটা আছে; তাকে বিদ্রূপে চানা বনোৱাত সহায় কৰি দিয়ে। সি তাক ৰাতি ৰুটী খাবলৈ দিয়ে। দিনৰ সাঁজ ঘোঁৰা চালকজনে কেতিয়াবা দিয়ে কেতিয়াবা নিদিয়ে। এনেকৈ থকা বিদ্রূপৰ সাতদিনমানেই হ'ল। বিদ্রূপৰ থাকি আমনিও লাগিল। ইফালে কাজিয়া, সিফালে কাজিয়া। মদ - ভাং এইবোৰেই। বাগানত মদ খায় যদিও বাগানৰ মানুহৰ মাজত বিদ্রূপে ইমান কাজিয়া দেখা

নাই। ওচৰতে থকা নাপিতটোৰ লগতে এটা ল'ৰা থাকে। সি চিনেমাৰ টিকট বিক্ৰী কৰে। তাক এদিন ক'ৰবাৰ ল'ৰা এটাই আহি খুব মাৰিলে— তাৰ মূৰ ফাটি গ'ল। এইবোৰ হুলস্থূলৰ কাৰণে পুলিচ আহিল। পুলিচ দেখি বিদ্ৰূপৰ জিউ উৰি গ'ল। কাৰণ বাগানৰ অ' চিজন সি ভালকৈ চিনি পায়। কাৰণ কাশ্যপৰ লগত অ' চিজনৰ খুব ভাল আছিল। কাশ্যপৰ ঘৰত অ' চিজনে বিদ্ৰূপক কেইবাবাৰো দেখিছে। অ' চি দিগন্ত বৰঠাকুৰে কিজানি এতিয়াওঁলৈকে বিদ্ৰূপক বিচাৰি চলাথ কৰিব পায়। সেয়ে সি পুলিচ বুলিলে বৰ ভয় খায়। সি ভাবিলে— ইযাত থাকিলে তাৰ দিগদাৰ আছে। সেয়ে সি ৰাতি চানাৱালাৰ লগত কাম কৰি থাকোঁতে ক'লে—

'ভাই চাহেব,.মই কোনোবা মানুহৰ ঘৰত কাম কৰা ল'ৰা হিচাপে থাকিবলৈ মন গৈছে। মই সকলো কাম নিয়াৰিকৈ কৰিব পাৰো। মই আগত মানুহ এঘৰত আছিলোৱেই। খালি কষ্ট হোৱা কাৰণে গুচি আহিলো। তোমাকতো টুনীৰাম ভাই চাহেবে মোৰ বিষয়ে সকলো কৈছেই।'

ঘোঁৰাচালকৰ নাম টুনীৰাম। চানাৱালাই ক'লে—

'হা বেটোৱা, কৈছে টুনীৰামজীয়ে।'

'তেনেহ'লে তুমি বাৰু কোনোবা মানুহ পাবা নেকি?'

'আছে। মোক একটা ড্ৰাইভাৰে সদায় কৈ থাকে ল'ৰা দিবৰ কাৰণে। তাৰ চাহাবৰ ঘৰত বৰ দৰকাৰ হৈছে। ড্ৰাইভাৰটোৱে মোৰ পৰা চব দিনে চানা খায়।'

'ভাই চাহাব, এই সাত-আঠদিনে লগ পোৱা মানুহবোৰৰ ভিতৰত মোৰ তোমাকেই ভাল লাগিছে। সেই কাৰণেই মই মোৰ মনৰ কথাষাৰ তোমাক কৈছো।'

'তই বাচ্চা ল'ৰা হৈ ভালেই চিন্তা কৰিছ। ভাল মানুহৰ ঘৰত থাকিলে ভাল কথা শিকিবি। বৰা হ'লেভি ভাল কাম কৰি খাব পাৰিবি। ইয়াত থাকিলে কি শিকিবি — মাৰপিট, চাৰাব খোৱা, ভাং খোৱা এই চবহে।'

পেটে পেটে বিদ্ৰূপে ভাবিলে বৰ ভাল মানুহটোকে ভাল বুলি ভাবিছে। সি নিজেহে জানে তাৰ নিজৰ পৰিচয়। সি যিটো পাপ কৰিছে সেইটো যে আজিলৈকে এই পৃথিৱীত কোনেও কৰি পোৱা নাই। খন্তেক পিছতে চানাৱালাৰ ঘৈণীয়েকে ৰুটী আগবঢ়াই দি ক'লে— 'বেটা খাই ল। কাম হৈ গৈছে যেতিয়া

ঘুমাই থাকগৈ।'

চানাওলাই ক'লে— 'মই কালি ড্ৰাইভাৰৰ লগত কথা পাতিম।'

ইফালে, বালিজান চাহ বাগিচালৈ উমানন্দ বৰুৱা আহিল। বাংলোৰ ওচৰ পায়েই তেওঁৰ চকু ৰঙা হৈ পৰিল। পুত্ৰ হেৰুওৱাৰ অবুজ বেদনাই তেওঁক বৰ কষ্ট দিলে। তেওঁ সপোনতো ভবা নাছিল— কাশ্যপক ইমান বেয়া পোৱা মানুহো এই পৃথিৱীত আছে বুলি। উমানন্দ বৰুৱাৰ এনেকুৱা লাগিল— তেওঁৰ পৰিয়ালটোক নিশ্চয় কোনোবাই ভালকৈয়ে হিংসা কৰে। তেওঁ অতদিনে ভাবিবই পৰা নাছিল— বাগিচাৰ মানুহেও তেওঁক ইমান প্ৰঙৰ অনিষ্ট কৰিব পাৰিব বুলি। তেওঁৰ ধাৰণা তেনেই মিছা। কাৰণ বাগানৰ মানুহখিনিক তেওঁ নিস্বাৰ্থভাৱে মৰম কৰিছিল। বাগানৰ মানুহখিনিয়েও তেওঁক নিঃস্বাৰ্থভাৱে মৰম আৰু সন্মান কৰে বুলি তেওঁৰ দৃঢ়বিশ্বাস আছিল। তেওঁৰ মনত আজি সেইটো প্ৰশ্নই বাৰে বাৰে খুন্দা মাৰিছে। উমানন্দ বৰুৱাৰ বৰ দুখ লাগিল— কাৰণ কাশ্যপৰ অনিচ্ছা সত্ত্বেও তেওঁ জোৰ কৰি বাগানলৈ পঠিয়াইছিল। তেওঁ জানিবা তেওঁৰ মৰমৰ কনিষ্ঠ পুত্ৰক মাৰিবৰ কাৰণেহে বাগিচালৈ পঠিয়াইছিল। এইবোৰ ভাবি ভাবি তেওঁ মাজে মাজে উচুপি উঠে। থানাৰ অ' চি হেমন্ত বৰঠাকুৰে পাৰে মানে হত্যাকাৰীক উলিয়াবলৈ চেষ্টা কৰিলে। বাংলোৰ কাম কৰা মানুহ, বাগিচাৰ মানুহ, আনকি মুকুন্দকো ঘৰৰ পৰা মতাই আনিলে। কত জেৰা, কত শাস্তি বিফলে গ'ল। কাকো দোষী বুলি প্ৰমাণ কৰিব নোৱাৰিলে। এটা কথাত কেৱল আটাইবোৰ আচৰিত হ'ল— কাশ্যপৰ মৃত্যুৰ লগে লগে বিদ্ৰূপে চিনাক্ত কৰি দেখুৱাব বা হত্যাকাৰীৰ বিৰুদ্ধে থিয় দিব বুলিয়েই কিজানি হত্যাকাৰীয়ে বিদ্ৰূপকো এই পৃথিৱীৰ পৰা আঁতৰ কৰি নিজৰ পথ চিকুণ কৰিলে । নহ'লে হত্যাকাৰীয়ে বিদ্ৰূপক ক'ৰবালৈ নি বন্দী কৰি থৈছে। যি ঠাইৰ পৰা সি সহজে মুকলি হৈ আহিব নোৱাৰে। পুলিচৰ কুকুৰকেইটা বাৰে বাৰে নদীৰ কাষলৈ যায়। সেয়ে পুলিচে নদীখনৰো কিছুমান ঠাই জাল মাৰি মাৰি চালে। তাতে ইমান ডাঙৰ নদীখনত সহজে বিচাৰি ওলোৱাটোও অসম্ভৱ। এনেকৈয়ে পুলিচৰ নানা অনুসন্ধান চলি থাকিল। বাগানৰ মানুহ যাকে-তাকে মাতি মাতি জেৰা কৰি থাকিল। বাগাৰ মানুহবোৰ বৰ চিন্তা লাগিল— কিজানি বিনা দোষতে ফান্দত পৰিব লগা হয়। সিহঁতে এনেয়েও দুখীয়া মানুহ, দোষ নোহোৱাকৈয়ে যদি ফান্দত পৰিবলগীয়া হয়, পুলিচে সিহঁতক এনেয়ে জোৰ-জুলুম কৰি শেষ কৰিব। বাগানৰ মানুহৰ মতে, এইটো কাম বাগানৰ কোনো মানুহেই কৰিব নোৱাৰে। কাৰণ উমানন্দ বৰুৱাক বাগানৰ মানুহে যেনেকৈ ভাল পায়, তাতোকৈও

কাশ্যপক বাগানৰ মানুহে বেছি ভাল পায়। একো উলিয়াব নোৱৰা দেখি বৰুৱা আৰু পৰিয়ালৰ মানুহবোৰে বাংলোত ডাঙৰ তলা এটা মাৰি ঘৰা-ঘৰি উভতিল।

ইফালে আকৌ বিদ্ৰূপৰ এটাই চিন্তা— সি কেনেকৈ এই মানুহখিনিৰ পৰা আঁতৰি যাব পাৰে। সেয়ে সি পিছদিনা চানাৱালা অহালৈ বাট চাই থাকিল। চানাৱালা অহাৰ লগে লগে সি চানাৱালাৰ ফালে আগবাঢ়ি গ'ল। চানাৱালাক অহা মাএকে কথাষাৰ সুধিবলৈ তাৰ বেয়া লাগিল— কিজানিবা চানাৱালাই বেয়াই পায়। দিনটোৰ ভাগৰত' ক্লান্ত হৈ অহা চানাৱালাই তাক বাৰু স্বাৰ্থপৰ বুলি নাভাবিবনে? কিন্তু কি আচৰিত, ইমান ভাগৰত অহা চানাৱালায়ো তাক দেখাৰ মাএকে ক'লে—

'বেটোৱা, ড্ৰাইভাৰটো পালো। তোক কালি মই ড্ৰাইভাৰটোৰ ওচৰত লৈ যায় কেনে পৰিচয় কৰাই দিম। মই ড্ৰাইভাৰটোক কৈছো— আমাৰ বেটোৱা একদম ঠাণ্ডা আৰু আত্চা লৰকা আছে।'

পিছদিনা চানাৱালাৰ লগতে বিদ্ৰূপো ওলাল। অলপ দূৰ গৈয়ে চানাৱালাই গছ এজোপাৰ তলত মূৰৰ পৰা চানাৰ বাকচটো নমাই বাঁহেৰে তৈয়াৰী দীঘলীয়া খাচাটো থিয় কৰাই তাতে বাকচটো ৰাখিলে। বিদ্ৰূপে সুধিলে—

'ভাই চাহেব, আৰু নোযোৱা নেকি?'

'নাই বেটোৱা, আৰু নাযাওঁ। ড্ৰাইভাৰটো ইয়াতে আহিব।'

বিদ্ৰূপে মালিকৰ বাংলোটোত এটা বিহাৰী ঠেলাৱালা পাইছিল। সি বাংলোৰ পুৰণা গছৰ ঠাল-ঠেঙুলিবোৰ মাজে মাজে ঠেলাৰে লৈ যায়। মুকুন্দইঁতে তাক ভাই চাহেব কৈছিল। সেই কাৰণে বিদ্ৰূপেও এতিয়া লগ পোৱা ঘোঁৰা চালক, চানাৱালাৰ পৰা আটাইবোৰকে ভাই চাহাব সম্বোধন কৰিলে। ইটো-সিটো গ্ৰাহকে আহি চানা নি থাকিল। কিন্তু চানাৱালাৰ আজি চানা বিক্ৰী কৰাত ইমান মন নাই। ডিঙি মেলি মেলি খালি ড্ৰাইভাৰ আহিছে নে নাই তাকে চাই থাকিল। অলপ সময়ৰ পিছত চানাৱালাই মানুহ এজন দেখি 'চালাম বাবু' বুলি ক'লে আৰু বিদ্ৰূপলৈ হাতেৰে দেখুৱাই ক'লে—

'এইটো বেটোৱা।'

ড্ৰাইভাৰে বিদ্ৰূপক দেখি আচৰিত হৈ সুধিলে—

'কচোন ৰামচন্দ্ৰ, তই ইমান ধুনীয়া ল'ৰা ক'ত পালি?'

'নাই বাবু, আচামিয়া ল'ৰা হয়। মোৰ কোনো নহয়। কিন্তু এতিয়া মোৰ

বেটাৰ ৰকম। তাৰ মা- বাপ সি সৰু থাকোঁতেই মৰিল। এক ঘৰত আছিল, তাতো মাৰপিট কৰিলে। সেই কাৰণে সি তাৰ পৰা গুচি আহিল। এন্‌হি টাইম মাৰপিট কৰিলে কি ৰকম থাকিব? ড্ৰাইভাৰে চানাৱালাৰ মুখলৈ চাই ক'লে—

'তুমি ইয়াক কেনেকৈ চিনি পোৱা?'

ড্ৰাইভাৰৰ কথাষাৰ শুনি চানাৱালাই তত-ভত খাই বিদ্ৰূপৰ মুখলৈ চালে। বিদ্ৰূপৰ অসহায় মুখখনলৈ চাই চানাৱালাৰ লগে লগে মনলৈ বুদ্ধি আহিল। সেয়ে চানাৱালাই তপককৈ ক'লে—

'ড্ৰাইভাৰ বাবু, মই পেহলাবাৰ অসম আহোঁতে মোৰ ভাড়া ঘৰ ইহঁতৰ ভাড়াঘৰৰ চামনতে আছিল। এনেকেয়ে মোৰ লগত খুব ভাল চিনা-পৰিচয় হৈ গৈছিল।'

ড্ৰাইভাৰে চানাৱালাৰ পৰা বিদ্ৰূপৰ বিষয়ে আৰু বেছি জানিবলৈ আগ্ৰহ নকৰিলে। ড্ৰাইভাৰে ক'লে— 'হ'ব। আমাৰ ছাৰ হ'লে বৰ ভাল মানুহ। যিহকে কই, ভালকৈ শুনিবি। চোৰ-তাৰি নকৰিবি। ফাকি-ফুকা নিদিবি। তেতিয়া চাপি ছাৰে তোক খুব মৰম কৰিব। পিছে তোৰ নামটোনো কি?'

বিদ্ৰূপে আগতেই ভাবি থৈছিল— তাৰ নামটোনো সি কি বুলি ক'ব। সেয়ে সি তপককৈ ক'লে— 'ৰোহিত।'

বিদ্ৰূপে এইটো নাম গল্প কিতাপত পাইছিল। আগতে কাশ্যপে বিদ্ৰূপক বিভিন্ন ধৰণৰ গল্প, সাধু কিতাপ আনি দিছিল। তাৰে এখনত সি এই নামটো পাইছিল। সেই নামটো তেতিয়া তাৰ খুব ভাল লাগিছিল। সেই সময়তে ড্ৰাইভাৰে বিদ্ৰূপক ক'লে—

'তই অলপ ৰচোন, মই সৌ দোকানখনৰ পৰা তামোল এখন খাই আহো।'

চানাৱালাৰ ওচৰত ৰৈ থকা বিদ্ৰূপে ড্ৰাইভাৰ যোৱাৰ লগে লগে চানাৱালাক ক'লে—

'ভাই চাহেব, তুমি মোক ভাল বচালা; মোৰ মা-দেউতাক চিনিপাওঁ বুলি কৈ। নহ'লে ড্ৰাইভাৰে মোক নিবলৈ মান্তি নহ'লহেঁতেন। ভাই চাহেব, তোমাৰ কথা মই কেতিয়াও নাপাহৰো। তুমি মালিকৰ ঘৰৰ পৰা কথা শুনিব লগা কাম মই একো নকৰো। তুমি চিন্তা নকৰিবা। মই তোমাৰ ইজ্জত বচাই চলিম।'

ড্ৰাইভাৰ

চানাৱালাক ক'লে—বিমোৰত পৰিল। বাৰে বাৰে কাগজখন লুটিয়াই বগৰাই পঢ়ি

চানাৱালায়ো বিদ্ৰূ সি কাগজখনৰ আটাইবোৰ শব্দই ধৰিব পাৰিছে। সেয়ে

সাদৰেৰে বিদায় জনালে। বিদ্ৰূ পেলালে। মাজত দুটামান ইংৰাজী বাক্য আছিল—

পৃথিৱীত আপোনেই পৰ আৰু প। কাগজখন লিখি শেষ কৰাৰ পিছত সি ইখন

কাশ্যপ মোৰ পিতৃ নহয় যদি এই চানাৱ চাই তাৰ শুদ্ধ যেন লগাত ফাৰুকে ডাক্তৰৰ

ড্ৰাইভাৰে ক'লে— সেইখিনিতে পেপাৰৱেট এটাৰে ভেজা

'ব'ল ৰোহিত, সেইখিনিত গৈ ৰিক্সাত উ ফিচ ৰুমত সোমায়েই টেবুলৰ ই। কাগজখন পেপাৰৱেটটো

ৰিক্সাত উঠি দুয়ো অকোৱা-পকোৱা ৰাস্তাৰে গৰলৈ আৰম্ভ কৰোঁতেই

পিছতে ড্ৰাইভাৰে ৰিক্সাৱালাক ক'লে— 'ৰিক্সা ৰখাই দিয়া আখৰবোৰ চাই

ঘৰ এটাৰ সন্মুখত ৰখালে। বিদ্ৰূপে ক'লে— আখৰ আকৌ।

'দাদা, ঘৰ এইটো নেকি?'

'হয়, এইটো।'

'ইমান ডাঙৰ ঘৰ!'

'সেই কাৰণেতো কাম কৰা মানুহ লাগে।'

'দাদা, মালিকৰ নামটোনো কি?'

'অৰুণজ্যোতি মহন্ত। মহন্ত ডাক্তৰ বুলিলে ইয়াত সকলোৱে জানে। তই আকৌ ছাৰ বুলি মাতিবি। আমিও তেওঁক ছাৰ বুলিয়েই মাতো।'

'হ'ব দাদা।'

'আহ।' এইবাৰ ডাক্তৰ অৰুণজ্যোতি মহন্তক ক'লে— 'ছাৰ, ল'ৰা এটা আনিছো।'

বিদ্ৰূপক দেখি মহন্তই ক'লে— 'এইফালে আহ। তোৰ নাম কি?'

'ছাৰ ৰোহিত।'

বিদ্ৰূপৰ মুখত তপৰকৈ উত্তৰ শুনি মহন্তই ক'লে — গুড বয়; ইউ আৰ এ ভেৰি স্মাৰ্ট বয়।' ডাক্তৰে ড্ৰাইভাৰক ক'লে— ভবেন, ইয়াৰ ঘৰ ক'ত?'

'আমাৰ ওচৰৰ ৰেল ষ্টেচনটোৰ সোঁফালে থকা গলিটোৰেদি সোমাই যাব লাগে। মাক-দেউতাক নাই। একেবাৰে দুখীয়া মানুহ এঘৰত আছিল। সিহঁতৰ নিজৰেই খাবলৈ নাই, সেয়ে তাক ৰাখিবলৈ সিহঁতৰ বৰ দিগদাৰ

হৈছিল। গতিকে মই গম পাই ছাৰলৈকে ঠিক হ'ব বুলি লৈ আহিলো।'

'হ'ব ভালেই কৰিলা।' বিদ্ৰূপলৈ চাই ডাক্তৰে ক'লে— 'ভালকে থাকিবি দেই।'

'হ'ব ছাৰ।'

এনেতে বিদ্ৰূপতকৈ অলপ সৰু ছোৱালী এজনী ভিতৰৰ পৰা ওলাই আহিল। ডাক্তৰে ক'লে—

'তেনেহ'লে আজি সোনকালে ওলোৱা মা, কালি দেৰি হৈছিল বুলি কৈছিলা নহয়। ভবেন মাজনীক আজি সোনকালে থৈ আহিবিগৈ।'

'পাপা, মোক থ'বলৈ তুমি নোযোৱা নেকি?'

'নাযাওঁ বেটা, আজি মোৰ বহুত কাম আছে। লীয়া, মই আহোঁতে তোমাক স্কুলৰ পৰা লৈ আহিম। যোৱা মা খৰধৰ কৰা। আজিও স্কুল দেৰি হ'ব।'

বিদ্ৰূপে বুজিলে এইজনী ছোৱালী আমাৰ ছাৰৰে ছোৱালী। বিদ্ৰূপে পেটে পেটে ভাবিলে— ইমান ডাঙৰ ঘৰটোত মাত্ৰ কেইটামান প্ৰাণী।

ডাক্তৰৰ ঘৰত বিদ্ৰূপৰ কাম হ'ল— গাড়ী চাফা কৰা, ডাক্তৰৰ ৰুম চাফা কৰা, কোনোবা মানুহ আহিলে কেলেই আহিছে, কাক বিচাৰিছে, বেমাৰী নেকি, বেমাৰী হ'লে কাষতে ৰুম এটা আছে— তাতে বহুওৱা ইত্যাদি। এনেকুৱা সৰু কাম কিছুমানৰ দায়িত্ব বিদ্ৰূপে পালে। কামকেইটা কৰি বিদ্ৰূপেও বৰ ভাল পালে। ডাক্তৰেও বিদ্ৰূপক খুব ভাল পায়। কাৰণ ডাক্তৰে ভবাৰ দৰেই সি ঠাণ্ডা, নম্ৰ আৰু পৰিপাটি। সেই কাৰণে ডাক্তৰে তাক, কোনোদিনে এইটো নকৰিলি কেলেই বুলি এটা কঠোৰ ভাষাও প্ৰয়োগ কৰিব লগা নহ'ল। এদিনাখন ডাক্তৰে বিদ্ৰূপক কাগজ এখন দি ক'লে—

'ৰোহিত, এই কাগজখন ফাৰুক আহিলে দি ক'বি— এইখন ছাৰে লিখি থ'বলৈ কৈছে। নাপাহৰিবি আকৌ। মই আহিয়েই চাহ খায়েই কাগজখন লৈ এঠাইলৈ যাব লাগিব।'

'হ'ব ছাৰ।'

বিদ্ৰূপক কাগজখন চমজাই ডাক্তৰো ওলাই গ'ল। কিন্তু সেইদিনা ফাৰুক নাহিল। বিদ্ৰূপ বৰ চিন্তাত পৰিল। সি ভাবিলে ছাৰ আহিয়েই কাগজখন বিচাৰিব। তাতে ছাৰে কৈছেই— কাগজখন লৈ ছাৰ এঠাইলৈ যাব। সেয়ে সি

কাগজখন লৈ বৰ বিমোৰত পৰিল। বাৰে বাৰে কাগজখন লুটিয়াই বগৰাই পঢ়ি পঢ়ি চালে। দেখিলে সি কাগজখনৰ আটাইবোৰ শব্দই ধৰিব পাৰিছে। সেয়ে সি কাগজখন অবিকল লিখি পেলালে। মাজত দুটামান ইংৰাজী বাক্য আছিল— সেইকেইটাও সি লিখিব পাৰিলে। কাগজখন লিখি শেষ কৰাৰ পিছত সি ইখন কাগজৰ লগত মিলাই দুবাৰমান পঢ়ি চাই তাৰ শুদ্ধ যেন লগাত ফাৰুকে ডাক্তৰৰ টেবুলৰ ওপৰত যিখিনি ঠাইত ৰাখি যায়, সেইখিনিতে পেপাৰবেট এটাৰে ভেজা দি কাগজখন থৈ আহিল। ডাক্তৰ মহন্ত অফিচ ৰুমত সোমায়েই টেবুলৰ ওপৰলৈ চালে— কাগজখন ৰেডি হৈ আছেনে নাই। কাগজখন পেপাৰবেটটো দাঙি হাতত লৈ ঠিকেই আছেনে নাই বুলি পঢ়ি চাবলৈ আৰম্ভ কৰোঁতেই আখৰবোৰ বৰ অচিনাকি অচিনাকি লাগিল। ডাক্তৰে বাৰে বাৰে আখৰবোৰ চাই ভাবিলে— এইবোৰতো ফাৰুকৰো নহয়, ভূপেনৰো নহয়, কাৰ আখৰ আকৌ। বিদ্ৰূপক মাতিলে—

'ৰোহিত, এইফালে আহ। এইখন কোনে লিখিলে?'

বিদ্ৰূপে ভয়ত কিবা হৈ গ'ল। সি ভাবিলে অতদিনে গালি-শপনি একো নুশুনিলো। আজিনো মোক কিহে পাইছিল কব নোৱাৰো। আজি ছাৰে মোক শুদাই নেৰিব। মিছাতে অদৰকাৰী কাম কিছুমান কৰি মৰো। সেয়ে সি ভয়ে ভয়ে— 'ছাৰ, ছাৰ' বুলি ডাক্তৰৰ ওচৰ পালেগৈ। ডাক্তৰে কাগজখন দেখুৱাই সুধিলে—

'ৰোহিত এইবোৰ কোনে লিখিছিল?'

সেপ ঢুকি ৰোহিতে ক'লে— 'ছাৰ মই। ছাৰ ভুল হৈছে নেকি?'

'নাই হোৱা। তোৰ আখৰকেইটা বৰ ধুনীয়া।'

ডাক্তৰৰ কথাষাৰ শুনি বিদ্ৰূপৰ অলপ তত আহিল। সি মিছাতে ইমান ভয় খালে। এতিয়াও তাৰ বুকুৰ ধপধপনি যোৱাই নাই। ডাক্তৰে বিদ্ৰূপক সুধিলে—

'ৰোহিত, তই কিমানলৈকে পঢ়িছিলি?'

'ছাৰ অষ্টম।'

'তোক মই আকৌ নাম লগাই দিম, পঢ়িবি দেই। আমাৰ ওচৰতে যে আছে স্কুলখন তাতে নাম লগাই দিম।'

কেইদিনমানৰ পিছতে ডাক্তৰে নিজে গৈ ৰোহিতক নাম লগাই দি কিতাপ- পত্ৰ কিনি দিলে। ওচৰৰে মাষ্টৰ এজনৰ ওচৰত টিউচনো দিলে।

এনেকৈয়ে ৰোহিতে মেট্রিক, হায়াৰ ছেকেণ্ডাৰী আৰু বি এ পাছ কৰিলে। ইফালে ডাক্তৰৰ ছোৱালীয়েও মেডিকেল পাছ কৰিলে। ডাক্তৰৰ মনত আজি এটাই স্ফূর্তি— তেওঁ মাক নোহোৱা ছোৱালীজনীক মাক-বাপেক দুয়োটাৰে মৰম দি আজি কোনোমতে উপযুক্ত কৰিব পাৰিলে। ইফালে মাক-বাপেক দুয়োটা নোহোৱা ঘাট মাউৰা ৰোহিতকো তেওঁ বস্তুত পঢ়াব নোৱাৰিলেওতো বি এ পাছ কৰাব পাৰিলে। সেয়াই তেওঁৰ জীৱনত আজি ডাঙৰ শান্তি। তেওঁৰ জীৱনত কৰা কষ্টবোৰ আজি যেন সার্থক হ'ল। ইফালে আকৌ ৰোহিতে লীয়াক সদায় নিজৰ ভনীয়েক আৰু ডাক্তৰক নিজৰ মাক-বাপেক সকলো বুলি ভাবে। ৰোহিতৰ পৃথিৱীত কোনো নাথাকিলেও এতিয়া কিন্তু ৰোহিত অকলশৰীয়া নহয়। এতিয়া ৰোহিতৰ দেউতাক আৰু এজনী মৰমৰ ভনীয়েক আছে। এতিয়া ৰোহিতৰ দেউতাক আৰু ভনীয়েকৰ প্রতি দায়িত্ব আছে। বিদ্রূপে ভাবিলে— এৰি অহা অতীতটোলৈ উভতি চাবলৈ ডাক্তৰে ৰোহিতক সময়েই নিদিলে। যিদিনাৰ পৰাই বিদ্রূপৰ পৰা ৰোহিত হ'ল, সেইদিনাৰ পৰাই বিদ্রূপৰ জীৱনে ৰোহিত নাম লৈ নতুন জীৱনৰ ৰূপ ল'লে। ৰোহিতে কিন্তু পৃথিৱীত ইমান সৎ আৰু বহল অন্তৰৰ মানুহ এতিয়াও আছে বুলি ভাবিবই পৰা নাছিল। তাতে ধনী শ্রেণীক সি ঘিণ কৰিছিল। যেনেদৰে কাশ্যপে তাৰ মাকক জোলোকে জোলোকে শিকালে। কিন্তু ডাক্তৰটো কাশ্যপতকৈ কম ধনী নহয়। সেয়ে বিদ্রূপে ডাক্তৰৰ বহল অন্তৰ দেখি আচৰিত হৈছিল।

ডাক্তৰে ৰোহিতক মাতি ক'লে—

'ৰোহিত, কণটিক সকলো বস্তু আনি দিবি আৰু কি কি ৰান্ধিলে ভাল হ'ব, চাই দিবি। কাৰণ কাইলৈ মোৰ বন্ধু এজন ভাত খাবলৈ আহিব। তেওঁ বহু বছৰৰ মূৰত অসমলৈ আহিব। সেই সময়তে লীয়া সোমাইছেহি মাত্র। দেউতাক আৰু ৰোহিতৰ মাজত হোৱা কথাখিনি শুনিছেহে, এনেতে তাই সুধিলে—

'পাপা, কোন আহিব?' লীয়াই আকৌ নিজেই ক'লে— 'মই ক'ম পাপা, মই ক'ম ৰ'বা— বৰুৱা আংকল নহয়?' তাই আকৌ ক'লে— 'আহমেদ আংকল?'

'হয় মা, তুমি ঠিকেই ধৰিছা। মাৰিফ আহমেদ আহিব। সি এইবাৰ জাপানৰ পৰা একেবাৰে গুচি আহিব। ইয়াত সি এখন ডাঙৰ নার্ছিং হোম খুলিব।'

'ভালেই হৈছে পাপা, মই তেওঁৰ ওচৰত প্ৰেক্‌টিচ কৰিব পাৰিম। পাপা কালি মোৰ বন্ধ নহয়, সেয়ে ময়ো মোৰ স্পেচিয়েল ডিচ এটা ৰান্ধিম। পুডিনেই ঠিক হ'ব। ৰোহিত, লিষ্টত কণী লিখি ল'বি। চাবি, আছে যদি নানিলেও হ'ব।'

লীয়াই পুনৰ ক'লে— 'ৰোহিত, ময়ো যাম ৰ। চাহ-তাহ খাই লওঁ।'

চাহ খাই লীয়াও ওলাল। ৰোহিতে গাড়ীৰ ওচৰ পায়েই লীয়াক সুধিলে—

'লীয়া, গাড়ী মই ড্ৰাইভ কৰিম নে তুমি কৰিবা?'

'ৰোহিত তয়ে ড্ৰাইভ কৰ।'

অলপ দূৰ গৈয়ে লীয়াই ক'লে — 'ৰোহিত, ভাল কাপোৰৰ দোকান এখনৰ সন্মুখত ৰখাই দিবিচোন, মই ছাৰ্টৰ পিচ দুটা কিনিম। এটা আহমেদ আংক্‌লক প্ৰেজেন্ট দিম আৰু এটা পাপাক।'

ছাৰ্টৰ পিচকেইটা কিনি আনি লীয়া গাড়ীত বহিল। ৰোহিতক ক'লে—

'ৰোহিত, মই গাড়ীত বহোঁ আৰু তই বজাৰখিনি কৰি আনাগৈ।'

ৰোহিতে বজাৰ কৰি আনি আটাইবোৰ গাড়ীত ভৰালেহি। লীয়াই ক'লে—

'ৰোহিত, এইবাৰ গাড়ী ময়ে ড্ৰাইভ কৰিম।'

লীয়াই গাড়ী ষ্টাৰ্ট দিলে। অলপ দূৰ যোৱাৰ পিছতে গাড়ীৰ আগেৰে ক'লা মেকুৰী এটাই লৰ মাৰিলে। লীয়া উচপ খাই উঠিল। লীয়াই ক'লে—

'আজি মেকুৰীটো মৰিলহেঁতেন, অলপতেহে বাচিছে।'

'লীয়া, গাড়ীখন অলপ পিছুৱাই আনা।'

'কিয়?'

'গাড়ীৰ আগেৰে হেনো মেকুৰী পাৰ হৈ যোৱাটো অমঙ্গলীয়।'

'বাদ দে ৰোহিত, ভাগ্যত যিটো আছে সেইটো হ'বই। আমি জন্মতে যি লিখি আহিছো, সেইটোৱেই হ'ব; তাক আৰু কোনেও খণ্ডাব নোৱাৰে। যেনেকৈ মই চাৰি বছৰতে মাক হেৰুৱাইছো। যেনেকৈ তই মা-দেউতা দুয়োজনকে হেৰুৱাই আমাৰ ঘৰৰ ল'ৰা হ'লি। এই আটাইবোৰ আমাৰ কপালৰ লিখন। মেকুৰীটো এইফালেদি ক'ৰবালৈ যাব লগা আছিল, গ'ল। সি সেই বুলিয়েই আমাৰ ভাগ্যচক্ৰ সলাই দিব পাৰিবনে? এইবোৰ আচলতে অন্ধবিশ্বাস।

এইবোৰ এতিয়া বাদ দে। ৰোহিত, তোক মই বহুদিনৰে পৰা কথা এটা ক'ম বুলি ভাবি আছিলো।'

ৰোহিত আচৰিত হ'ল; তাইৰনো আকৌ কি কথা থাকিব পাৰে। ৰোহিতে ক'লে—

'কি কথা আছেনো লীয়া, কোৱা?'

'মানে ৰোহিত, মোক এটা সহায় কৰি দিব লাগে।'

'কি কোৱা। তুমি ক'লেহে গম পাম কেনেকুৱা সহায়।'

'সেইদিনাখন যে পাপাই প্ৰশান্ত দুৱৰাৰ পুতেক সপোন দুৱৰাৰ সৈতে মোৰ বিয়াৰ কিবা কথা পাতিছে— তইতো শুনিছ?'

'অ' শুনিছো।'

'মই কিন্তু ৰোহিত, সপোন দুৱৰালৈ বিয়া নহওঁ। সেয়ে তই পাপাক কথাষাৰ জনাই দিব লাগে।'

'লীয়া কোৱাচোন, সিহঁতক তুমি কোনফালৰ পৰা নাকচ কৰিছ? কাৰণ দেউতাক ইমান নামি ডাক্তৰ। এদিনতো দেউতাকে সপোন দুৱৰাকো নামি ডাক্তৰ বনাব। লীয়া কথাষাৰ এবাৰ ভাবি চোৱা। ছাৰে, মানুহ ঘৰ ইমান পচন্দ কৰিছে, ঘপ্‌ককে এইষাৰ কথা ক'লে ছাৰৰ মনটোও বেয়া লাগিব।'

'ৰোহিত, মই সেইবোৰ নাজানো। তোৰকথা পাপাই মানে। তই বুজাই ক'বি।'

'লীয়া এটা কথা, তুমি কিহত বেয়া পাইছা ল'ৰাটোক— সেইটো কৈ দিয়া, তেতিয়াহে মই ছাৰক কথাটো বুজাই কব পাৰিম।'

'নহয় মানে ৰোহিত, মই অন্য বেয়া পোৱা নাই; দেখাই-শুনাই ল'ৰাটো সঁচাকৈয়ে ধুনীয়া। কিন্তু সি বৰ গহীন হৈ থাকে। আচলতে কিন্তু ল'ৰাটো ইমান গহীন হ'ব নালাগে। কাৰণ তাৰ স্মাৰ্টনেছ এটা আছে। যিটো সি আমাৰ ওচৰত লুকুৱাই ৰাখিছে। তাক যেন দেউতাক প্ৰশান্ত দুৱৰাই জোৰ কৰিহে আনিছে। সি যেন মোক পচন্দ কৰা নাই।'

'লীয়াই যে কিছুমান কথা চিন্তা কৰা আৰু! সি তোমাক পচন্দ নকৰিবলৈ তোমাৰ কি নাই— ৰূপ, গুণ! সেইটো তুমি অযথা চিন্তা মনত ভৰাই লৈছা। হ'ব বাৰু, তথাপি মই ছাৰক কথাটো কৈ চাম।'

এইবোৰ কথা পাতি পাতি দুয়ো ঘৰ পালেহি। কণটিয়ে ভিতৰৰ পৰা

আহি গেট খুলি দিলে। গাড়ী ৰখোৱাৰ লগে লগে কণটিয়ে বজাৰৰ বেগবোৰ ভিতৰলৈ নিলে। ৰোহিতেও বস্তুবোৰ গাড়ীৰ পৰা নমাই থ'লে। দুয়োটাই যিমান পাৰে খৰধৰকৈ বস্তুবোৰ ভিতৰ সুমুৱালে। আটাইবোৰ বস্তু অনা হ'লত ৰোহিতে কণটিক ক'লে—

'তই বস্তুবোৰ বেগৰ পৰা উলিয়াই পৰিপাটিকৈ থগৈ, আৰু হাত-ভৰি ধুই মই গৈ আছো।'

হাত-ভৰি ধুই থাকোঁতে ৰোহিতে ভাবিলে— আজিলৈকে লীয়াই মোক টান কথা এটা কৈ পোৱা নাই। মই ক'ত আৰু লীয়া ক'ত? আকাশ-পাতালৰ পাৰ্থক্য। তাই মোক আজিলৈকে হীন বুলি নাভাবিলে। তাঁই মোক ঘৰৰ এটা বুলিয়েই ধৰি লয়। কিঁবা অভাৱ অভিযোগ মনৰ কষ্ট যি থাকে, তাই মোক সকলোবোৰ খুলি কয়। আচলতে আমি দুয়োটা সৰুৰে পৰা একেলগে খেলা-ধূলা কৰি ডাঙৰ হোৱা। ছাৰেও মোক প্ৰথমে কাম কৰা ল'ৰা হিচাপে ৰাখিছিল যদিও পিছলৈ পঢ়াই-শুনাই নিজৰ ল'ৰাৰ দৰেই মৰম কৰে। কেতিয়াবা মৰমতে বাবা বুলিও মাতে। মানুহৰ আগত চিনাকি দিলেও নিজৰ ল'ৰা বুলিয়েই চিনাকি কৰি দিয়ে। আচলতে মই মোৰ স্থিতি হেৰুওৱা নাই। যিখিনি মোৰ কৰ্তব্য মই সদায় পৰিপাটিকৈ কৰি আহিছো। ছাৰৰ পৰা মই যিমানখিনি টকা-পইচা লাগে, সিমাখিনিহে লৈছো। অযথা খৰচ-পাতি কৰি লোকৰ আগত ছাৰৰ পুতেক বুলি পৰিচয় দি ওফাইদাং মাৰি ঘূৰি ফুৰা নাই। সদায় মানুহে নিজস্বতা পাহৰি যাব নালাগে। মোৰ স্থান, মোৰ নিজস্বতা মই হেৰুওৱা নাই দেখিয়েই বোধহয় ছাৰে মোক ইমান মৰম কৰে আৰু লীয়ায়ো ইমান ভাল পায়। তাইৰ মনোভাবৰ পৰা মই এটা কথাৰ উমান পাওঁ— তাই মোক বন্ধু বুলিও ভাবে আৰু মই তাইৰ ককায়েক বা ভায়েক বুলিও ভাবে। ৰাতি ভাত-পানী খাই শুবলৈ লওঁতেই তাৰ মনলৈ এটা এটাকৈ সকলো আহি থাকিল। আজি বহুদিনৰ মূৰত তাৰ কুৎসিত অতীতটোলৈ সি এবাৰ ভুমুকি মাৰিলে। অতীতটোৰ কথা ভাবিলে তাৰ বৰ ভয় লাগি যায়। সি কেনেকুৱা পৰিস্থিতিত এই পৰিয়ালটো পালে। এই পৰিয়ালটোত সোমাই তাৰ কুৎসিত জীৱনৰ অৱসান ঘটিল। সি ওৰেটো জীৱন এই পৰিয়ালটোৰ ওচৰত ঋণী। এইবোৰ ভাবি ভাবি সি কেতিয়া নিদ্ৰাদেৱীৰ কোলাত আশ্ৰয় ল'লে গমকে নাপালে।

পিছদিনা মাৰিফ আহমেদ আহি উপস্থিত। আৰু মহন্তই বহুদিনৰ বন্ধু লগ পাই স্ফূৰ্তিত ক'ব নোৱৰা হ'ল। ডাক্তৰ আহমেদ মহন্তৰ হাইস্কুলৰ পৰা

একেলগে পঢ়ি অহা বন্ধু। পিছত গৈ মেডিকেল কলেজতো একেলগে পঢ়িছিল। মহন্তই লীয়াক আহমেদৰ লগত চিনাকি কৰি দিলে। এনেতে ওচৰেৰে ৰোহিত পাৰ হৈ যাওঁতে ৰোহিতকো মাতি আনি চিনাকি কৰাই দিলে। ডাক্তৰ আহমেদ আচৰিত হ'ল— আজিলৈকে আহমেদে গম নাপায়— মহন্তৰ ল'ৰা এটাও আছে বুলি। তেওঁ মাত্ৰ মহন্তৰ ছোৱালী এজনী আছে বুলিহে জানে। কি কথা— মহন্তই আকৌ বিয়া পাতিলে নেকি? ৰোহিত সন্মুখত থকা কাৰণে আহমেদে কথাটো সুধিবও নোৱৰা হ'ল। তেওঁ ভাবিলে— ছোৱালীজনী আৰু ল'ৰাটো গ'লেই মই মহন্তক কথাটোৰ আতিগুৰি মাৰি সুধিম। মহন্তই আকৌ বেয়াই পায় নেকি? মাৰিফ আহমেদৰ লগত ইটো-সিটো কথা পাতি লীয়া আৰু ৰোহিতে 'আংক্‌ল বহক' বুলি মাৰিফ আহমেদক মাত লগাই ভিতৰলৈ গ'ল। মাৰিফ আহমেদে ক'লে—

'অৰুণ, তই ল'ৰাটো যে চিনাকি কৰি দিলি?'

'অ' তই আঁচৰিত হৈছ নহয়? আচলতে কি জান, ৰোহিতক মই কাম কৰা ল'ৰা হিচাপে আনিছিলো আৰু কাম কৰা ল'ৰা হিচাপেই ৰাখিছিলো। কিন্তু পিছত গম পালো সি আমাৰ ইয়াত অহাৰ আগতে স্কুলত পঢ়িছিল। ঘাটমাউৰা ল'ৰা, ভাবিলো পূণ্য হ'ব— স্কুলতেই নাম লগাই দিওঁ। তাতে তাৰ আখৰ-পাতিও বৰ পৰিষ্কাৰ আৰু ধুনীয়া দেখিলো। সেয়ে মোৰ তালৈ খুব পুতৌ ওপজিল। সেয়ে তাক মই ওচৰৰ স্কুলখনত নাম লগাই দিলো। সি বি এ পাছ কৰিলে। এম এ পঢ়িবলৈ কৈ আছো। সি পঢ়িবলৈ ইচ্ছা কৰা নাই। ল'ৰাটো সৰুৰে পৰা বৰ অমায়িক। সি মোক আগৰ পৰা কৰি অহা সম্বোধনেই কৰে— ছাৰ বুলি। কিন্তু মই তাক নিজৰ ল'ৰা বুলিয়েই ভাবো। আজিলৈকে সি এনেকুৱা এটা কাম কৰা নাই— যিটোত মই অসন্তুষ্ট হ'ব লগা হৈছে। অথচ নিজৰ ল'ৰায়েই মাক- দেউতাকক কিমান মনোকষ্ট দিয়ে। মাৰিফ আহমেদে ক'লে— 'ল'ৰাটো দেখাই-শুনাই ইমান ধুনীয়া, তোৰ ল'ৰা বুলিয়েই ক'ব।'

'মাৰিফ, জাননে মাজে মাজে মোৰ এনেকুৱা চিন্তা হয়— মই যেন ৰোহিতক আৰু ভালকৈ পঢ়াব লাগিছিল। মোৰ লগতে উঠা-বহা কৰাব লাগিছিল। তেতিয়াহ'লে মই তাৰ লগতে লীয়াৰ সংসাৰ পাতি দিব পাৰিলোহেঁতেন। পিছে মাৰিফ, এইযাৰ কথা মই বৰ স্বাৰ্থপৰৰ নিচিনাকৈ কৈছো। সিহঁত দুয়োটাই অৱশ্যে ইটোৱে-সিটোক নিজৰ ককায়েক-ভনীয়েক বুলিয়েই ভাবে। মোৰ মুখত এইযাৰ কথা শুনিলে সিহঁতে মোক খুব বেয়া পাব। আচলতে

মাৰিফ, এইবোৰ চিন্তা মই কিয় কৰিছো জাননে? মই আচলতে লীয়াক বিয়া দিবলৈ ভয় খাইছো। মাক নোহোৱা ছোৱালী, বেলেগ এঘৰলৈ বিয়া দিম। কিজানিবা কিবা মনোকষ্ট পায়। কাৰণ মই তাইক যিমান মৰমত তুলিছো, সেইটো জানো আনে বুজি পাব।'

'অৰুণ, সেইবোৰ চিন্তা কৰি একো লাভ নাই। সময়ৰ লগত তাই খাপ খাই যাব। তাতে তাই ডাক্তৰ। তই ইমান চিন্তা কৰাৰ কথাই নাই। তই নিশ্চিন্ত মনে তাইক বিয়া দি দে। আচলতে মাক-বাপেকৰ মনত ল'ৰা-ছোৱালী সদায় সৰু। তই আচলতে লীয়াক কণমানিজনী বুলিয়েই ভাবি আছ। অ' অৰুণ, লীয়াৰ যে বিয়া ঠিক কৰিছ ল'ৰাজনে কি কাম কৰে?'

'সিও ডাক্তৰ। তাৰ নাম সপোন দুবৰা।'

'ইমান ধুনীয়াকৈ মিলিছে, দুয়োটা তই এনেয়ে ইমান চিন্তা কৰিছ। দুয়োটাৰ প্ৰফেছনো একেই যেতিযা দুয়োটাই ইটোৱে-সিটোক ভালকৈয়ে বুজিব।'

সেই সময়তে ড্ৰইং ৰুমলৈ লীয়া সোমাই আহিল— 'আংকল আহক, পাপা আহা, ভাত খোৱাহি।'

দুয়ো ভাত খাবলৈ উঠি গ'ল। মাৰিফ আহমেদে ডাইনিং হলৰ কৰিডৰৰ কিনাৰত থকা বেছিনটোত হাত মুখ ধুই ফ্ৰেচ্ হৈ ভাতৰ টেবুলত বহিলহি। ভাত খাই থাকোঁতে মাৰিফে ক'লে—

'বৰ সোৱাদ হৈছে দেই।'

লীয়াই ক'লে— 'আংকলে এনেয়ে কৈছে। পাপাই আমি ৰন্ধা একোকে সোৱাদ নাপায়। আপুনি যোৱাৰ পিছত পাপাই কি কব জানে— কিনো ৰান্ধিলি, মাৰিফেবা ভালকৈ ভাত খাব পাৰিলেনে নাই?'

'তোমাৰ পাপাই সেইবোৰ কথা এনেয়ে কয়।'

ভাতপানী খাই উঠি মাৰিফ আৰু অৰুণজ্যোতি মহন্তই অলপ সময় কথা পাতি ঘড়ীটোলৈ চাই মাৰিফ আহমেদে ক'লে—

' অৰুণ, মই যাওঁ। আজি এওঁৰ লগৰ ছোৱালী এজনীৰ জীয়েকৰ বিয়া; তালৈকো যাব লাগিব।'

'লীয়াৰ বিয়ালৈ আহিবি আকৌ। এপ্ৰিলত পাতিম বুলি ভাবিছো।'

'নিশ্চয় আহিম। কিয় নাহিম বাৰু।'

আহমেদ যাবৰ সময়ত লীয়া ওলাই আহিল। আহমেদে ক'লে—

'মা যাওঁ দেই।'

লীয়াই ক'লে— 'আংক্ল, আকৌ আহিব। আপুনি আহিলে পাপাই বৰ ভাল পায়।'

'হ'ব বাৰু মা, আহিম। তোমোলোকে এদিন যাবা।'

'হ'ব বাৰু আংক্ল।'

পিছদিনা ৰোহিতে ক'লে— ছাৰ, লীয়াই মোক কথা এটা কৈছে আপোনাক কবলৈ।'

'কি কথানো ৰোহিত?'

'সপোন দুৱৰাৰ লীয়াক বিয়া পাতিবলৈ ইমান ইচ্ছা নাই নেকি? এনেকুৱা লাগে প্ৰশান্ত দুৱৰাই যেন জোৰকৈহে পুতেকক বিয়া পাতিবলৈ মান্তি কৰাইছে। সেয়ে লীয়াই আপোনাক সপোন দুৱৰাৰ মত কি জানিবলৈ কৈছে।'

'সেইটো হ'বই নোৱাৰে। এটা ল'ৰাৰ মত নাথাকিলে সি বাপেকৰ লগত কিয় আহিব? তথাপি মই বাৰু কথাষাৰ সুধি চাম।'

মহন্তই এইষাৰ কথা জানিবৰ কাৰণে প্ৰশান্ত দুৱৰাৰ ঘৰ পালেগৈ। প্ৰশান্ত দুৱৰাই অৰুণজ্যোতি মহন্তক দেখি ক'লে—

'আহক মহন্ত, আহক।'

দুৱৰাই মহন্তক বৰ আদৰ-সাদৰেৰে ভিতৰলৈ লৈ গ'ল। দুৱৰাই সুধিলে—

'মহন্ত লীয়াৰ ভালনে?'

'হয় ভালেই।'

ইটো-সিটো ভাল-বেয়া কথা পতা পিছত মহন্তই আচল কথালৈ আহিল। 'আচলতে দুৱৰা, মই এটা বৰ দৰকাৰী কথাৰ কাৰণে ইয়ালৈ আহিব লগা হ'ল। আপুনি বেয়াই পায়নে ভালেই পায় মই নাজানো।'

'ভাল-বেয়াটো পিছত হ'ব। কওকচোন বাৰু কি কথা?'

'আচলতে আপোনাৰ ল'ৰা সপোনৰ এই বিয়াত সন্মতি আছেনে নাই?'

'অ' কিয় নাথাকিব আকৌ, সন্মতি নাথাকিলেনো সি মোৰ লগত লীয়াক চাবলৈ যাবনে? বুজিছে মহন্ত, তাৰ পঢ়া, ফুৰা-চকা, খোৱা-বোৱা আটাইবোৰ

কাম মোৰ মতেই কৰে। মোৰ অবিহনে সি কোনো কাম নকৰে বা কৰিবলৈও আগনাবাঢ়ে। বুজিছে দুৰবা, মই এইষাৰ কথা ফোনতো পাতিব পাৰিলোহেঁতেন; কিন্তু ভাবিলো— নাই একেবাৰে আপোনাৰ ঘৰলৈ আহি আৰামত কথাটো পাতো। ফোনটো হ'ল বুলিয়েইনো তাত বুৰঞ্জী মাতিবনে? বহুত মানুহে কিবা কথা থাকিলে কেবল ফোনটোকে চিনি পায়। হয়নে নহয় বাৰু? কথাটো আপুনিয়েই কওকচোন।'

'হয় হয় মহন্ত, আপুনি ঠিকেই কৰিলে। কথাষাৰ ফোনত নকৈ মানুহজন নিজে আহি ভালেই কৰিলে। কথাটোও পতা হ'ল, লগতে ইজনে-সিজনক লগো পালো।'

'মোৰ পেচেন্টে কিজানি মৌলৈ অপেক্ষা কৰি আছে, মই আহো দুৰবা।'

'ভাল বাৰু। আপোনাৰ লগত কথা পাতি ভাল লাগিল। কেতিয়াবা সময় লৈ আহিবচোন।'

'হ'ব বাৰু' —বুলি কৈ গাড়ী ষ্টাৰ্ট দি মহন্ত চেম্বাৰ পালেগৈ।

অৰুণজ্যোতি মহন্তই সেইদিনা চেম্বাৰৰ পৰা অলপ সোনকালে ওলাল। অলপ দেৰি জিৰণি লৈ ৰোহিতক মাতিলে—

'ৰোহিত, লীয়া আহিলনে নাই?'

'আহিল। হাত-মুখ ধুই আছে।'

'মই বাৰাণ্ডাৰ আৰামী চকীখনত অলপ বহোগৈ। লীয়াক মোৰ ওচৰলৈ পঠিয়াই দিবি আৰু তয়ো আহিবি।'

ৰোহিতে গৈ লীয়াক মাতিলেগৈ। লীয়াই ক'লে—

'মই চাহ খাই গৈ আছো।'

অলপ পিছতে লীয়া আৰু ৰোহিত দুয়ো আহিল। লীয়াই সুধিলে— 'কি হ'ল পাপা, কিয় মাতিছিলা?'

'আহ, বহি লচোন। ৰোহিতো বহ।'

ৰোহিতে ক'লে— 'হ'ব ছাৰ।'

মহন্তই ক'লে— 'হ'ব হ'ব ক'লে নহ'ব নহয়। তয়ো সেই চকীখনতে বহচোন। তোক মই সদায়েই ঘৰৰ এটা বুলিয়েই ভাবি আহিছো। আচল কথা কবলৈ হ'লে মই তোক নিজৰ ল'ৰা বুলিয়েই ভাবো। তই কিন্তু মোৰ ওচৰত কোনোদিন সহজ হ'ব নোৱাৰিলি।'

লীয়াই ক'লে— 'ৰোহিত বহ। পাপাই বেয়া পাব নহয়।'

'হ'ব ছাৰ' বুলি কৈ ৰোহিতো বহিল। মহন্তই ক'লে-

'আজি মই দুৱৰাৰ ঘৰলৈ গৈছিলো। দুৱৰাই মোক ক'লে— চিন্তা নকৰিবলৈ। সপোনে হেনো দুৱৰাক নুসুধাকৈ একো কামতে আগনাবাঢ়ে। দুৱৰাৰ ডিচিছনেই সপোনৰ ডিচিছন। মই তেওঁলোকৰ ঘৰৰ পৰা অহাৰ পিছত প্ৰায় দুই-তিনি ঘণ্টামান পিছত দুৱৰাই মোৰ চেম্বাৰলৈ ফোন কৰিছিল।'

ৰোহিতে সুধিলে— 'কি ক'লে ছাৰ?'

'সপোন হেনো ট্ৰেইনিঙত বাহিৰলৈ যাব। সেয়ে সি বিয়াখন অহা মাহতে হোৱাটো বিচাৰে। গতিকে প্ৰশান্ত দুৱৰাই আমাক কথাটো আলোচনা কৰি কাইলৈ সঠিক উত্তৰটো দিবলৈ কৈছে। লীয়া, তুমি কি কোৱা?'

'পাপা, তুমি যি ভাল দেখা!'

'লীয়া, তেনেকৈ ক'লে নহ'ব মা। তোমাৰ জীৱনৰ কথা। তোমাৰ সংসাৰৰ কথা। তুমি যদি সপোনক ইমান ভালপোৱা নাই, তেনেহ'লে নাকচ কৰি দিওঁ।'

'নহয় পাপা, মই সেইটো কোৱা নাই নহয়। ইমান খৰধৰকৈ কেনেকৈ পাতিবা?'

'মা, সেইটো চিন্তা তুমি কৰিব নালাগে নহয়। আমিবোৰ আছো নহয়। তুমি মাত্ৰ বিয়াত বহিবহে লাগে। হয়নে নহয় ৰোহিত, কচোন।'

'হয় ছাৰ।'

'আৰু এটা কথা, লীয়াৰ বিয়াৰ পিছতে ৰোহিতৰো ছোৱালী চাব লাগিব। ৰোহিতৰো বিয়া সোনকালেই পাতি দিম।'

'নাই ছাৰ, মই ইমান সোনকালে বিয়া নাপাতো।'

'ওহো হ'বই নোৱাৰে, ঘৰখন তেনেই ঠাণ্ডা হৈ যাব।'

লীয়াৰ বিয়াৰ কথা ভাবি ৰোহিতৰো বৰ দুখ লাগিল। তাৰ বুকুখন কিবা উদং উদং লাগিল। সি আজিহে অনুভৱ কৰিছে— লীয়াক সি কিমান ভাল পায়। লীয়াৰ অনুপস্থিতিত ঘৰখন একেবাৰে উদং হৈ পৰিব। সি আজি এনেকুৱা অনুভৱ কৰিছে ইমান দুখৰ পৰা সি জীৱনত মাত্ৰকেইদিনমান কিছু সুখ পালে। এতিয়া যেন আগৰ দৰেই মনৰ আনন্দ আৰু জীৱনৰ সুখবিনি ক্ৰমে হেৰাই যাব। সি মনতে ভাবিলে— মোৰে এনেকুৱা লাগিছে; ছাৰৰ বাৰু কেনেকুৱা লাগিব। ছাৰৰ

অন্তৰো তেনেই ভাগি যাব। কাৰণ ছাৰৰ সকলো আশা-ভৰষা লীয়ায়েই। এনেকৈয়ে তিনিওটাই মনৰ বেজাৰতে ইটোৱে-সিটোক মাত নমতাকৈ নিতাল মাৰি ভাত-পানী খাই নিজৰ নিজৰ কোঠালৈ গৈ শুই থাকিলগৈ।

বিয়া ঠিক-ঠাক হোৱাৰ পিছত প্ৰশান্ত দুৱৰাই সপোনক লীয়াৰ ওচৰলৈ পঠিয়াই দিলে। সপোন দুৱৰাই এইবাৰ লীয়াৰ লগত স্ফূৰ্তিৰে কথা পাতিলে। সপোন দুৱৰাৰ কথাবোৰ লীয়াৰ খুব ভাল লাগিল। লীয়াই পেটে পেটে ভাবিলে— মিছাতে তাই প্ৰথমবাৰ সপোনক নাকচ কৰিছিল। সিতো ঠিকেই আছে। তাইৰ ধাৰণা তেনেই ভুল আছিল। সেই সময়তে সপোনে ক'লে—

'লীয়া বিয়াৰ কাম কিমান আগবাঢ়িছে? কাৰণ বিয়ালৈ আৰু বেছিদিন নাই।'

'বুজিছা সপোন, ছোৱালীৰ বিয়া বুলিলে বস্তু শেষেই নহয়। বিয়াৰ আগমুহূৰ্তলৈকে বজাৰ কৰিয়েই শেষ নহ'ব যেন লাগে।'

'নহয় লীয়া, ল'ৰাৰ ঘৰটো একেই কাম, শেষেই নহয়। ৰাতিৰ পৰা দিনলৈকে অকল বিয়াৰ শব্দটোকে দেউতাহঁতৰ মুখত শুনি আছো।'

এইবোৰ ইটো-সিটো কথা পাতি সপোন দুৱৰাই চাহ-তাহ খাই মাত লগালে—

'লীয়া আহো।'

'ভাত খাই যাবা।'

'নাই নাখাওঁ। লীয়া, এটা কথা— মই ভাত পিছে এনেয়েও বেয়া পাওঁ।'

'সেইটো আকৌ কি কথা?'

'নহয় লীয়া, সঁচা কথা কবলৈ হ'লে— মোৰ অকণো সময় নাই।'

'যাওঁ' বুলি কৈ সপোন দুৱৰা গাড়ীত উঠিলগৈ। লীয়াই অলপ সময় বাৰাণ্ডাতে বৈ সপোন যোৱা চাই থাকিল।

চাওঁতে চাওঁতে বিয়াৰ ওচৰ পালেহি। বিয়া বৰ ধুম-ধামেৰে হৈ গ'ল। দুয়োটা পৰিয়ালৰ গণ্য-মান্য ব্যক্তিৰে বিয়াখন ভবাতকৈও বেলেগ ধৰণৰ হ'ল। কন্যা উলিয়াই নিয়াৰ পিছত ঘৰখন একেবাৰে উদং হৈ পৰিল। এফালে ৰোহিত, আনফালে অৰুণজ্যোতি মহন্তই ইটোৱে-সিটোক চাব নোৱৰা হ'ল। ৰোহিত পেটে পেটে ভাবিলে— অলপ দিনৰ কাৰণে ছাৰক ক'ৰবাত দূৰণিবটীয়া ঠাইৰ পৰা ফুৰি আহিবলৈ কব লাগিব। নহ'লে মানুহজন তেনেই ভাগি পৰিছে। যিমান

যি নহওক, এজনীয়েই ছোৱালী। বাইদেউৰ মৃত্যুৰ পিছত আপোন বুলিবলৈ এই পৃথিৱীত ছাৰৰ জীয়েকৰ বাহিৰেনো আৰু কোন আছে? মই যিমানেই আপোন নহওঁ, মোক জানো ছাৰে নিজৰ পেটৰ সন্তানৰ সমান ভাল পাব পাৰিব। ছাৰৰ ভায়েকহঁতো একো একোজন উচ্চপদস্থ বিষয়া। তেওঁলোকৰ বিয়ালৈ আহিবলৈকে সময় নাই। এফালে কইনা ওলাই দৰা ঘৰ নাপালেই কিজানি— তেওঁলোকে ছাৰক মাত লগাই যাবলৈ ওলালেই। তেওঁলোকৰ গাতো দোষ নাই। কাৰণ এজনৰ মিটিং, এজনৰ ল'ৰা-ছোৱালীৰ পৰীক্ষা। সেয়ে তেওঁলোকৰ অকণো সময় নাই। গতিকে ছাৰক পৃথিৱীত অকলশৰীয়া বুলিবই পাৰি। যিবা এজনী ভনীয়েক আছে, তায়ো গুজৰাটী এটালৈ বিয়া হৈছে, গতিকে গুজৰাটত থাকে। লীয়াৰ বিয়াৰ আগে আগে তাইৰো শহুৰেক ঢুকাল। সেয়ে তাই বিয়ালৈ আহিব নোৱাৰিলে। অৰুণজ্যোতি মহন্ত যেতিয়াই বাৰাণ্ডাত নিজৰ চকীখনত বহিলহি, তেতিয়াই ৰোহিতো বেগাবেগিকৈ আহি বাৰাণ্ডাত টুল এখনতে বহিলগৈ। ৰোহিতক দেখি মহন্তই ইটো-সিটো বিয়াৰ কথা উলিয়ালে। কেনেকৈ বিয়াখন ভালদৰে হৈ গ'ল। মানুহ যিমানখিনিয়েই নিমন্ত্ৰণ কৰিছিল, সিমানখিনিয়েই আহিল। ইত্যাদি ইত্যাদি কথা পাতি ৰোহিতে কথাৰ শেষত ক'লে—

'আপুনি অলপ দিনৰ কাৰণে ক'ৰবালৈ ফুৰিবলৈ যাব পাৰে।'

'সেইটো অৱশ্যে ময়ো ভাবিছো। প্ৰথমে গুজৰাটলৈকে যাব লাগিব, লীয়াৰ পেহীয়েক নিকিতাৰ ঘৰলৈ। নিকিতাৰ শহুৰেক ঢুকোৱাৰ খবৰটোও ল'বগৈ লাগিব। লীয়া আঠমঙলা খাই যোৱাৰ পিছতেই এইবোৰ প্ৰ'গ্ৰেম ঠিক কৰিম।'

লীয়াই সদায় ফোনেৰে 'পাপা'কৰ খবৰ লৈ থাকে। মহন্তয়ো লীয়াৰ খবৰ লৈ থাকে।

'মা, তাত কেনেকুৱা পাইছা?'

'ভালেই লাগিছে পাপা। তুমি মোৰ কথা চিন্তা কৰি থাকা নেকি? নকৰিবা পাপা। আই এম ভেৰি ফাইন পাপা।'

'লীয়া, আঠমঙলা খাবলৈ কেতিয়া আহিবা?'

'পাপা দহ তাৰিখে যাম। মাত্ৰ চাৰিদিন আছে পাপা।'

এনেকৈয়ে ফোনেৰে খবৰ-বাতৰি লওঁতে লওঁতে তিনিদিন গ'ল।

ইটো-সিটো কথা পাতি থাকোঁতেই কণটিয়ে দুপৰীয়াৰ ভাত
ৰোহিতে লীয়াই খাই ~ল।
দিনা মহন্ত ইফালৰ পৰা সি৲
ৰোহিতৰো একেই অৱস্থা। অল... বাঢ়ি থৈছো। খাই লওকগৈ।'
দৌৰি গ'ল। ঘৰৰ ভিতৰত থকা ক...ই ৰোহিত আহি পালেহি। মহন্তই ভাত
পালেহি। ঘৰৰ সকলোকে দেখি লীয়াৰ শে...
বহু ধৈৰ্যৰে চকুহাল বচাই চলিলে। কাৰণ ...
পাপাককো দুৰ্বল কৰি পেলাব। লীয়াৰ লগে লগে স...
মৰম কৰি ভিতৰলৈ লৈ গ'ল। মহন্তই লীয়াক যিমান স্ফূ...
সিমান স্ফূৰ্তিত দেখা নাই। তাই যেন কিবা জোৰ কৰিহে প... লোৱাহি।'
কৰি তুলিব বিচাৰিছে। সেয়ে মহন্তৰ অলপ বেয়া লাগিল— কিজানি ...
কষ্ট পাব বুলিয়েই জীয়েকে কিবা লুকুৱাইছে। সেয়ে মহন্তই লীয়াইতৰ...
খোৱা হোৱাত লীয়াক ক'লে—

'মা, মই অফিচ ৰুমত এখন জৰুৰী চিঠি থৈ আহিছো। সেইখন ৰোহিতক দি দিওঁ, সি ৰেজিষ্টাৰ কৰি দিব।'

'পাপা পিছত দিবাচোন।'

'নহয় মা, সেইখন বৰ দৰকাৰী। পাঁচ মিনিট তুমি আৰু সপোন বহা মই ৰোহিতক সেইখন দি আহি আছো।'

মহন্তই ৰোহিতক মাতিলে— 'ৰোহিত আহ।'

ৰোহিত আচৰিত হ'ল। লীয়া আহোঁতে আকৌ ছাৰৰ কি কাম ওলাল? সেই সময়তে দুয়ো অফিচ ৰুম পালেগৈ। মহন্তই ৰোহিতক ক'লে—

'ৰোহিত, এইখন আজি নিদিলেও হ'লহেঁতেন; কিন্তু মই তোক কথা এটাৰ কাৰণেহে ইয়ালৈ মাতিছো।'

'কওক ছাৰ।'

'ৰোহিত এটা কথা মন কৰিছনে? লীয়াই কিবা যেন আমাক দেখুৱাবলৈহে স্ফূৰ্তি কৰিছে। আচলতে তাই যেন কিবা মনোকষ্ট পাইছে।'

'বিয়া পাৰ হৈ যোৱা কেইদিনমো হৈছে। নতুন ঘৰত মিলিবলৈতো সময় লাগিব। মাত্ৰ কেইদিনমানৰ ভিতৰতে সেইটো কথা আপুনি ধৰিব নোৱাৰে। যিমান যি নহওক, লীয়াও সপোনৰ কাৰণে নতুন। সপোনো লীয়াৰ কাৰণে নতুন। ছাৰে মিছাতে সেইবোৰ চিন্তা কৰি নাথাকিব। আপুনি লীয়াইতৰ লগত কথা

পাতকগৈ। আপুনি লীয়াক ক'লে যেতিয়া— তাতে এইখন চিঠি আজি নহয় কালি পঠিয়াব লাগিবই যেতিয়া, আজিয়েই মই গৈ পঠিয়াই আহো।'

মহন্ত অফিচ ৰুমৰ পৰা ওলাই গৈ আকৌ লীয়া আৰু সপোনৰ ওচৰত বহিলগৈ। লীয়াই ক'লে—

'পাপা, ইমান জৰুৰী কি চিঠিনো?'

'ঠিক চিঠি নহয়, এখন ইনষ্ট্ৰুমেণ্টৰ লিষ্টহে। ডাঃ ৰহমানক দিব লাগে। ডাঃ ৰহমানে কেইটামান ফৰেইন ইনষ্ট্ৰুমেণ্ট নিজৰ বাবে আনিব লগতে মোলৈও আনিবলৈ দিছো। মোলৈ মানে আচলতে মা তোমালৈয়ে হ'ব।'

'পাপা, ভালেই কৰিছা।'

সপোনে ঘপ্‌ককৈ ক'লে— 'আমাৰ দেউতাৰ ওচৰত্তে পালেহেঁতেন।'

'হয় নেকি? ক'ম বাৰু লাহে লাহে। নতুন বিয়েকনো কেলেই হেঁচা দিওঁ। অলপ পুৰণা হওক।' —এইবুলি কৈ মহন্তই জোৰেৰে হাঁহিলে। সপোনেও মিচিকিয়া হাঁহি এটা মাৰিলে। অলপ পিছতে মহন্তই ক'লে—

'লীয়া, দুমাহমান পিছত মই গুজৰাটলৈ যাম বুলি ভাবিছো। পেহীয়েৰাৰ শহৰেক ঢুকুৱা খবৰটো ল'বলৈ আৰু লগতে কেইখনমান ঠায়ো ফুৰি আহিম।'

'পাপা, ভালেই কৰিছা। নিকিতা পেহীৰো খবৰ লোৱা হ'ল, লগতে ফুৰাও হ'ল।'

সপোনে ঘপ্‌ককৈ মাত লগালে—

'আমিও ফুৰিবলৈ যোৱাৰ কথা আছে। কিন্তু তিনিমাহমান পিছতহে যাব পাৰিম। কাৰণ মোৰ এখন নাৰ্ছিং হোম উদ্বোধন কৰাৰ কথা আছে। সেইখন উদ্বোধন কৰিলেহে লীয়া আৰু মই ফুৰিবলৈ যাব পাৰিম।'

'পাপা, তুমি নথকাকেইদিন আমি ইয়াতে থাকিম। সপোন, তুমি থকা-নথকা নাজানো, মই হ'লে থাকিম।'

মহন্তই ক'লে— 'সপোনো থাকিব।'

সপোনে ক'লে— 'হ'ব পাপা।'

মহন্তই ক'লে— 'প্ৰশান্ত দুৱৰাই আকৌ বেয়া পাব নেকি?'

'নাপায়। দেউতা পুৱাই ওলাই যায়, ৰাতি সোমায়। আমি ইটোৱে-সিটোক প্ৰায় লগেই নাপাওঁ। কাম কৰা মানুহবোৰ আছেই। একো দিগদাৰী নহয়।'

এনেকৈয়ে ইটো-সিটো কথা পাতি থাকোঁতেই কণটিয়ে দুপৰীয়াৰ ভাত উলিয়াই মাতিবলৈ আহিল।

'বাইদেউ ব'লক, ভাত বাঢ়ি থৈছো। খাই লওকগৈ।'

তেওঁলোকে ভাত খাই থাকোঁতেই ৰোহিত আহি পালেহি। মহন্তই ভাত খাই থকাৰ পৰাই ৰোহিতক সুধিলে—

'ৰোহিত আহিলি?'

'হয় ছাৰ।'

সেই সময়তে লীয়াই ক'লে— 'ৰোহিত, ভাত খাই লোবাহি।'

ৰোহিতে ক'লে— 'খাম ৰ'বা, হাত-ভৰি ধুই আহোঁগৈ।'

হাত-ভৰি ধুবলৈ যাওঁতে ৰোহিত থমকি ৰ'ল।

'লীয়া, লীয়া মই পিছে জোঁবাইক কি বুলি মাতিম?'

'মোক লীয়া মাতা যেতিয়া এওঁকো নাম কাঢ়িয়েই মাতিবা আকৌ।'

কথাষাৰ শুনি সপোনে যেন ভাল নাপালে। সেয়ে লীয়াই লাহেকৈ ক'লে—

'দাদা বুলিয়েই মাতিবা ৰোহিত।'

পেটে পেটে লীয়াৰ কিন্তু সপোনলৈ খঙো উঠিল। ভাত-পানী খাই আটায়ে নিজৰ নিজৰ ৰুমলৈ জিৰণি ল'বলৈ গ'ল। সপোন ৰুমটোত সোমায়েই সৰু কণ্ঠস্বৰত কিন্তু খঙেৰে লীয়াক ক'লে—

'কিয় তোমাৰ পাপাৰক যেতিয়া সি ছাৰ কব পাৰে, মোক কিয় দাদা ক'ব? সি মোকোতো ছাৰ ক'ব পাৰে।'

'সি মোতকৈ ডাঙৰ; মোক লীয়া বুলি মাতে। আমি দুয়োটা সৰুৰে পৰা একেলগে খেল-ধেমালি কৰি ডাঙৰ হোৱা। পাপাই তাক অকণো পৰ বুলি নাভাবে। পাপাক সি সৰুতেই ছাৰ বুলি মাতিছিল দেখিয়েই তাৰ অভ্যাস হৈ গ'ল। এতিয়া কিন্তু সি পাপাক ছাৰ বুলি মাতিলে পাপাই বেয়াহে পায়। পাপাক যদি সি এবাৰ পাপা বুলি মাতে, পাপাই যে তাক আৰু কিমান ভাল পাব মই তোমাক বুজাব নোৱাৰো। তোমাৰ দেউতাৰায়ো কিজানি তোমাক সিমান ভাল নাপায়, তাক যিমান পাপাই ভাল পায়। যিটো মই তোমাক মুখেৰে কৈ বুজাব নোৱাৰো, যিটো তুমি সহজে বুজি নাপাবা। সপোন, মই কথা এটা তোমাক কওঁ, মই মন কৰিছো— তুমি যেন মোক বিয়া পাতি এটা ডাঙৰ

বোজাহে কঢ়িয়াইছা। আন দৰা-কইনাই বিয়াৰ পিছত যি স্ফূৰ্তি কৰে, সেইবোৰ যেন মই তোমাৰ পৰা সকলো কাঢ়ি নিলো। মই যেন ডাঙৰ অপৰাধ কৰিলো— তোমাৰ লগত সংসাৰ কৰি। মই এইবোৰ কথাৰ কোনো উত্তৰ বিচাৰি পোৱা নাই সপোন। সেই কাৰণে মই বৰ বিৰক্তি পাইছো।'

'লীয়া, সেইবোৰ অদৰকাৰী কথা বাদ দিয়া। এইবোৰ প্ৰশ্ন মোক নহয়, মোৰ দেউতাক সুধিবা।'

'সপোন, তুমি মোক প্ৰথম দিনাখনৰে পৰা যেনেদৰে মিছবিহেভ কৰিছা, পাপাই শুনিলে বিৰাট বেয়া পাব।'

'তুমি মোক বুজা নাই লীয়া। মই মানুহটোৰেই কঠুৱা। হ'ব হ'ব লীয়া আৰু বঢ়াই ল'ব নালাগে।'

ৰোহিতে কিন্তু এই আটাইবোৰ কথা মনে মনে শুনি আছিল। ৰোহিতে লীয়াৰ ৰুমৰ কিনাৰৰ কৰিডৰটোত ফুলৰ টাব দুটা থ'বলৈ গৈছিল। ৰোহিতে প্ৰথমটো টাব নি থ'বলৈ লৈছেহে মাত্ৰ— তেতিয়াই লীয়া আৰু সপোনৰ মাজত হোৱা কথাবোৰ শুনি টাবটো লাহেকৈ থৈ তাতে বহি আচৰিত হৈ গ'ল। ৰোহিতৰ বৰ বেয়া লাগিল— লীয়াৰ সংসাৰখনৰ কথা ভাবি। লীয়া আচলতে সপোনৰ লগত সুখী হ'ব পৰা নাই। মই যেতিয়া সপোনক দাদা বুলি নামাতি ছাৰ বুলি মাতিব লাগে, তেনেহ'লে সি নিশ্চয় লীয়াক ভাল নাপায়। সেই কাৰণেহে সি লীয়াৰ প্ৰত্যেকটো কথাতে ওজৰ-আপত্তি উলিয়াই লীয়াৰ দোষ খুচৰি থাকে। ছাৰৰ অনুমান ঠিকেই আছিল। লীয়াই হাঁহি-স্ফূৰ্তি আচলতে আমাক দেখুৱাবৰ কাৰণেহে কৰিছে। ৰোহিতে ভাবিলে এইষাৰ কথা ছাৰকো কব নোৱাৰি, কাৰণ মানুহজন এনেয়ে ভাগি পৰিছে। এইষাৰ কথা কৈ দিলে আৰু ছাৰক জীয়াই জীয়াই মাৰি পেলোৱা হ'ব। লীয়াৰ পৰাই সকলো পিছত গম পাম। কাৰণ তাই মোৰ আগত একো নোকোৱাকৈ নাথাকে। কিন্তু দুদিন থাকি লীয়াহঁতৰ যাবৰে হ'ল। ৰোহিতে লীয়াক অকলশৰে নাপালে; সেয়ে তাইৰ নতুন সংসাৰখনৰ একো ভু ল'ব নোৱাৰিলে। লীয়া আৰু সপোন যাবলৈ ওলাল। সপোনে মাত লগালে—

'পাপা যাওঁ। ৰোহিত যাওঁ'— বুলি কৈ গাড়ীত উঠিল।

লীয়ায়ো মাত লগাই গাড়ীত উঠিলগৈ। ৰোহিতৰ কিন্তু সপোনৰ মাত কথাবোৰলৈ মন কৰি এইবাৰ ইমান বেয়া যেন নালাগিল।

এনেকৈয়ে লীয়াহঁতৰ বিয়া দুমাহ পাৰ হৈ গ'ল। মহন্তই পেটে পেটে

ভাবিলে— ফুৰি আহি ৰোহিতৰো বিয়াখন পাতি দিম। তেতিয়া আৰু মোৰ দায়িত্ব সম্পূৰ্ণ হ'ব। এতিয়া তাক এই বিষয়ো একো নজনাও। সি লাজতে এনেয়ে হা-না কৰি থাকিব। মহন্তই ভাবিলে— লীয়ালৈ ফোন এটাকে কৰো। সেইবুলি ভাবি ৰিচিভাৰটো হাতত ল'লে।

'লীয়া, কেনেকুৱা ভালনে?'

'হয় পাপা, ভালেই।'

'লীয়া, মই ২৬ তাৰিখে গুজৰাটলৈ যাম।

'অ' হয নেকি? পাপা মাত্ৰ তিনিদিনহে আছে। পাপা, মই বাৰু কাইলৈ যাম তোমাৰ কাপোৰ-কানি বান্ধি দিমগৈ।'

'এ সেইবোৰ হ'ব। তুমি এনেয়ে আহিবা। কাপোৰ-কানিবোৰ ৰোহিতে বান্ধি দিব নহয়।'

'তথাপি দৰকাৰী বস্তুবোৰ নিবলৈ পাহৰিলে ডাঙৰ কথা হ'ব। পাপা, মই নিকিতা পেহীলৈ আৰু ল'ৰা-ছোৱালী দুটালৈ প্ৰেজেণ্ট কিনি থৈছো। মই যাওঁতে লৈ যাম, তুমি সিহঁতক দি দিবাগৈ।'

'তইনো সেইবোৰ কেলেই কিনিলি? মই তাতে কিনি দিব পাৰিলোহেঁতেন।'

'নহয় পাপ, সিহঁতে অসমৰ বস্তু বুলি কিমান যে আনন্দ পাব চাবাচোন।'

পিছদিনা লীয়া আহি পাপাকৰ দৰকাৰী বস্তুবোৰ সামৰিলেহি। লীয়াই পাপাকৰ ঔষধ-পাতি বেগটোৰ হাতে পোৱাকৈ ৰাখিলে। মাজে মাজে বেগটো দেখুৱাই দিলে—

'পাপা, এইটো ইয়াত থৈছো।'

সেই সময়তে মহন্তই সুধিলে—

'লীয়া মা, সপোন কেতিয়া আহিব?'

'পাপা, সপোন ২৭ তাৰিখে আহিব। সপোনৰ হেনো ২৬ তাৰিখে জৰুৰী মিটিং আছে।'

২৬ তাৰিখৰ দিনা ৰোহিতে মহন্তক প্লেইনৰ টিকটটো দিলে। লীয়াই ক'লে—

'পাপা, টিকটটো ভালকৈ লোৱা। ৰোহিত, মোৰ গাড়ীখনকে লৈ যাওঁ। সেইখন আৰু গেৰেজৰ পৰা উলিয়াব নালাগে।'

ৰোহিত আৰু লীয়া গৈ মহন্তক আগবঢ়াই থ'লেগৈ। পাপাকৰ প্লেইন যোৱালৈকে সিহঁতে বিমানবন্দৰত বৈ থাকিল। প্লেইনখন গৈ শূন্যত অদৃশ্য নোহোৱালৈকে দুয়োটাই ওপৰলৈ চায়েই থাকিল। সম্পূৰ্ণ নেদেখা হোৱাত লীয়াই ক'লে—

'ব'ল ৰোহিত, যাওঁ।'

'লীয়া তুমি নালাগে, গাড়ী ময়ে চলাওঁ' —বুলি কৈ ৰোহিতে গাড়ী ষ্টাৰ্ট দিলে। অলপ দূৰ যোৱাৰ পিছতে লীয়াই হুকহুকাই কান্দি দিলে। ৰোহিতে ক'লে—

'ছাৰ এতিয়া দিল্লীলৈ যাব। দিল্লীৰ পৰা ৰোহন আংক্‌লৰ লগত গুজৰাটলৈ যাব। তাৰ পিছত দুয়ো কিমান ঠাই ফুৰিব! এনেয়ে ঘৰত সোমাই থকাতকৈ অলপ মুকলি মনেৰে ওলাই গ'লে ছাৰৰ শৰীৰ আৰু মনৰ কিছু উন্নতি হ'ব। তাতে ছাৰ ফুৰাত চখ থকা মানুহ। আগতেতো ছাৰে কম ফুৰা নাই। ৰোহন আংক্‌লৰ লগত থাকিলেতো কোনো চিন্তাই নাই। সেয়ে লীয়া, তুমি মিছাতে চিন্তা কৰিছা। লীয়া তুমি নাকান্দিবা। তুমি আজি যেনেকৈ কান্দিছা, তুমি তোমাৰ বিয়াতো তেনেকৈ কন্দা নাছিলা।'

'নহয় ৰোহিত, তই বুজাত ভুল কৰিছ। তেতিয়া দুখখিনি মই বুকুৰ মাজত লুকুৱাই ৰাখিছিলো। কাৰণ মোৰ কান্দোন দেখিলে পাপা ভাগি পৰিব। জান ৰোহিত, আচলতে মোৰ পাপাৰ জীৱনটোক লৈ বৰ বেজাৰ লাগে। পাপা যে কিমান অকলশৰীয়া। চা ৰোহিত, মই সৰু থাকোঁতেই মা ঢুকাল। মই কষ্ট পাম বুলিয়েই পাপাই দ্বিতীয় বিয়া নকৰালে। নিকিতা পেহীহঁতে কিমান জোৰ কৰিছিল; কিন্তু পাপাক বিয়াৰ বাবে মান্তি কৰাব নোৱাৰিলে। আচলতে মাকো পাপাই খুব ভাল পাইছিল। যি কাৰণে পাপাই মাৰ ছবিখন বুকুৰ পৰা মচিব নিবিচাৰিলে; এই বুঢ়া বয়সত বাৰু পাপাৰ কি হ'ব।'

লীয়াই পেটে পেটে ভাবিলে— ময়ো যি কঠুৱা মানুহ এটালৈ বিয়া হ'লো, ক'বলৈকে বেয়া লাগে। ৰোহিতক ক'লে জানোচা ৰোহিতে আকৌ পাপাক কৈ দিয়ে? নাই নাই অভদ্ৰটোৰ কথা নকওঁ। ৰোহিতে ক'লে—

'লীয়া, কিয় চিন্তা কৰিছা? চোৱা লীয়া, তুমি তোমাৰ শহুৰৰ ঘৰখনো এইখন ঠাইতে পাইছা, বেলেগ ঠাইততো নহয়। তাতে তোমাৰ ঘৰখনতো মানুহ বুলিবলৈও কোনো নাই। মন গ'লেই তুমি গুচি আহিব পাৰা। এতিয়া যেনেকৈ তুমি আহিছা, তেনেকৈ গুছি আহিবা। তাতো যদি তুমি চিন্তাৰ বিষয় বুলি ভাবা,

তেনেহ'লে মই আছোৱেই দেখোন ছাৰৰ লগত। লীয়া, মই জীয়াই থকালৈকে ছাৰে কোনোদিন কোনো কথাতেই কষ্ট নাপায়। মই তোমাক কথা দিছো। ছাৰে মোক যেনেকৈ সৰুৰে পৰা নিজৰ ল'ৰাৰ নিচিনাকৈ পঢ়ালে, আশ্রয় দিলে, মানুহ কৰিলে, সেইবোৰ জানো মই কেতিয়াবা পাহৰিব পাৰিম। কেতিয়াও নোৱাৰো। লীয়া, এটা কথা— এই পৃথিৱীত তোমাৰ আৰু ছাৰৰ বাহিৰেনো আপোন বুলিবলৈ মোৰ কোন আছে। সেয়ে তোমালোকেই মোৰ সকলো। আচলতে লীয়া, মই জীৱনটোত এটাই শিকিলো— পৃথিৱীত পৰেই আপোন আৰু আপোনেই পৰ। এনেয়ে মানুহে আপোন আপোন বুলি হাবাথুৰি খায়। যেনেদৰে ছাৰকে চোৱাচোন, অতবোৰ ভাই-ককাই, বাই-ভনী থাকিও অকলশৰীয়া। ঠিক তেনেকৈয়ে মোক কোনোবাই জন্ম দিলে। পঢ়াই-শুনাই মানুহকৰিলে কিন্তু ছাৰেহে। নহ'লে মইতো পথৰ ভিক্ষাৰী। সেয়ে লীয়া, এইবোৰ কথা ভাবি একো লাভ নাই। সময়ে সকলো খাপ খুৱাই নিব।'

'অৱশ্যে তই ঠিকেই কৈছ। সকলো পৰিস্থিতিৰ দাস।'

সেই সময়তে লীয়াই ঘড়ীটোলৈ চাই ক'লে—

'ৰোহিত, মোক হাস্পতালৰ ওচৰতে নমাই গাড়ীখন তই লৈ যাবি।'

'নালাগে লীয়া, গাড়ী মই হাস্পতালতে থৈ যাম।'

'নালাগে ৰোহিত, গাড়ীখন তয়ে লৈ যা। তিনিটামান বজাত আহি মোক লৈ যাবিহি'— বুলি কৈ লীয়া হাস্পতালৰ সন্মুখত নামিল আৰু গাড়ী লৈ ৰোহিত গুছি গ'ল।

২৭ তাৰিখে সপোন নহা দেখি লীয়াই সপোনলৈ ফোন কৰিলে। কিন্তু কোনেও ফোনটো ৰিচিভ নকৰিলে। সেয়ে লীয়াই ভাবিলে— নিশ্চয় ঘৰত কোনো মানুহ নাই। কিন্তু সেইখন ঘৰত মানুহ নথকাকে কোনোদিন লীয়াই পোৱা নাই। সেয়ে তাই আচৰিত হ'ল— কাৰণ কাম কৰা মানুহবোৰ ক'লৈ গ'ল। সেইদিনাই ৰাতি চাৰে নটামান বজাত লীয়াই আকৌ ফোন কৰিলে। এইবাৰ কামকৰা ল'ৰা হৰেনে ফোনটো ধৰিলে। লীয়াই ক'লে—

'হেল্ল' হৰেন নেকি?'

'হয় বাইদেউ।'

'আজি কেইবাবাৰো ফোন কৰিছো, ক'ত গৈছিলি? ঘৰত নাছিলি নেকি?'

'আছো বাইদেউ, ফোন ধৰিবলৈ দৌৰি আহোঁতেই বোধহয় আপুনি থৈ

দিয়ে।'

'বাহঃ তয়ো বৰ কথা সজাব জান। সেই মানুহ ঘৰত সোমাই আছিলিগৈ নহয়?'

'নাই বাইদেউ, নাই তাত যোৱা নাই। ৰান্ধনি ঘৰতে আছিলো।'

'বাৰু কথা এটা শুন— ছাৰ নাই নেকি?'

'নাই বাইদেউ, কালিও অহা নাই। আজিও নাহে বোলে। মোক ফোন কৰি আপোনাক জনাই দিবলৈ কৈছিল। ছাৰ কাইলৈহে আপোনালোকৰ তালৈ যাব।'

ইফালৰ পৰা ৰোহিত আহিল— 'কি হ'ল লীয়া, সপোন আজি নাহে নেকি?'

' নাহে, কালি আহিব বোলে। কিবা কাম আছে।'

ৰোহিতে পেটে পেটে ভাবিলে— সঁচাকৈয়ে সিও কম অভদ্ৰ মানুহ নহ'ব। লীয়াই ফোনৰ ওপৰত ফোন কৰিছে। সি ইমান নিষ্ঠুৰ, লীয়ালৈ ফোন এটা কৰি জনাই দিব পৰা নাই। বেচেৰীয়ে মোৰ আগত লাজো পাইছে। লীয়াৰো পেটে পেটে বৰ খং উঠিল। লীয়াই মনতে ভাবিলে— সপোন বৰ কঠুৱা অন্তৰৰ মানুহ। সপোনৰ নিশ্চয় ক'ৰবাত কিবা গণ্ডগোল আছে। যি কাৰণে সি মোক গ্ৰহণ কৰিব পৰা নাই। সেই কাৰণেই প্ৰশান্ত দুৱৰাই বিয়াখনৰ কাৰণে খৰধৰ কৰিলে। যাতে মানুহৰ আগত পুতেকৰ পৰিচয় ওলাই নপৰে। পুতেকৰ যদি কিবা গণ্ডগোলেই আছিল— কিয় মোক বিয়া পাতি পৰিয়ালৰ চেকা আঁতৰাব বিচাৰিছিল। দুৱৰা পৰিয়াল বুলিলে মোৰ ঘিণ লাগে। বাপেকো ধুৰন্ধৰ, পুতেকো ধুৰন্ধৰ। সেয়ে কাম কৰাকেইটাও একেই পাইছে। সেইকেইটাও গৈ ওচৰৰ মানুহঘৰৰ মানুহজনীৰ লগত সোমাই থাকেগৈ। অসভ্য মানুহৰ ঘৰৰ লগুৱা-লিকচৌলৈকে সকলো অসভ্যই। তাই এইবোৰ এশ এবুৰি চিন্তা কৰি কৰি চকীত কেতিয়া বহিলগৈ গমকে নাপালে। মাক নাই যদিও দেউতাকে ইমান মৰমত ডাঙৰ কৰিলে যে মাকৰ শূন্যতা তাই কেতিয়াও অনুভৱেই কৰিবলৈ নাপালে। কিন্তু জীৱনৰ মাজমজিয়াত তাই আজি ইমান ডাঙৰ প্ৰতাৰকৰ হাতত প্ৰতাৰণা হ'ব লগা হ'ল। প্ৰশান্ত দুৱৰাৰ চতুৰালিয়েই তাইৰ জীৱন মষিমূৰ কৰিলে। লীয়া অকলশৰে চকীখনত বহি থকা দেখি ৰোহিতে ক'লে—

'লীয়া, কি হ'ল? কিবা চিন্তা কৰি থকাৰ নিচিনা লাগিছে।'

'নাই ৰোহিত, কিনো চিন্তা কৰিম; আচলতে বৰ ভাগৰ লাগিছে।'

ৰোহিতে সোধো-নোসোধোকৈ ভয়ে ভয়ে সুধিলে—

'লীয়া সপোন বাৰু কেনেকুৱা?'

'ভাল। কিয় সুধিলি ৰোহিত?'

'নাই, এনেয়ে সুধিলো।'

ৰোহিতে ভাবিলে— মোৰ সোধাটো কৰ্তব্য, মই সুধিলো। সোধাৰ পিছতো যদি লীয়াই সপোনৰ বিষয়ে কিবা লুকুৱাইছে, তেনেহ'লে ডাঙৰ ভুল কৰিছে। এইবোৰ লুকুৱাই একো লাভ নাই। এইবোৰৰ পৰিণাম এদিন বৰ বেয়া হ'ব। তেতিয়াহে লীয়াই বুজিব।

পিছদিনা সপোন আহিল। সপোনক দেখি লীয়াৰ কোনো স্ফূৰ্তি নালাগিল। ৰোহিত আচৰিত হ'ল— যেনেকৈ নহওক লীয়া আৰু সপোন দুয়োটাই নতুন দৰা-কইনা। ইটোৱে সিটোক দেখি যেনেকুৱা স্ফূৰ্তি এটা পাব লাগিছিল, তেনেকুৱা একো নাই; বৰং ইটো সিটোৰ যেন শত্ৰুহে। সপোনলৈ চাই লীয়াই থৰঙা থৰঙকৈ ক'লে—

'সপোন আহিলা, বহা।'

ওচৰতে কণটি বৈ আছিল। সেয়ে কণটিক ক'লে—

'কণটি যা, ছাৰলৈ চাহ কৰগৈ। সপোন, কালি নাহিলা যে?'

'লীয়া, সেইটো আৰু সোধা কথানে? কামৰ কাৰণে?'

'কাম আৰু কাম। সপোন, ময়ো এগৰাকী ডাক্তৰ। মই নপঢ়া-নুশুনা এজনী চিপা অশিক্ষিত ছোৱালী নহয়।'

সেই সময়তে ৰোহিত ভিতৰলৈ সোমাই আহিছিল। ৰোহিতক দেখি লীয়াই কথা সলাই ক'লে—

'যোৱা সপোন, কণটিয়ে চাহ দিলে, খাই লোৱাগৈ।'

ৰোহিতে যে অলপ সময়ৰ আগতে লীয়াৰ লগত কথা পাতি আছিল, লীয়াই পাহৰিয়েই গৈছিল। সপোনৰ চাহ খোৱা হোৱাত সপোন উঠি আহি ড্ৰইং ৰুমৰ চকীত বহি একান্ত মনে কেইখিলামান টাইপ কৰা কাগজ পঢ়ি থাকিল। ইফালে লীয়ায়ো মেডিকেলৰ কিতাপ এখন উলিয়াই লৈ পঢ়ি থাকিল। ৰোহিতেও নিজৰ ৰুমলৈ গৈ কিবা অলপ লিখিবলৈ আছিল, সেইবোৰ লিখি থাকিলগৈ। ৰোহিতৰ লিখা কাম শেষ হৈছেহে, এনেতে কণটিয়ে মাত লগালেগৈ—

'দাদা ভাত বাঢ়িলো। ছাৰ আৰু বাইদেউক মাতি দিওঁনে?'

'ৰ, কি কি দিছ চাই লওঁগে। তাৰ পিছত মাতিবি।'

'হ'ব দাদা' —বুলি কৈ কণটি ওলাই গ'ল। ৰোহিতে গৈ ভাতৰ মেজখন চালেগৈ।

' কণটি আচাৰ আৰু নেমু নিদিলি দেখোন।'

'অ' পাহৰিয়েই গৈছিলো দাদা।'

'তই একেটা কথাকে সদায় পাহৰ।'

'যা ছাৰ-বাইদেউক মাতি দেগৈ।'

লীয়া আৰু সপোন ভাত-পানী খাই বেড ৰুম পালেগৈ। ৰোহিতেও ভাত-পানী খাই কিবা অলপ হিচাপ-নিকাচ আছিল, সেইবোৰ অফিচ ৰুমৰ বহীখনত ভৰাই থবৰ বাবে অফিচ ৰুমত সোমাল। অফিচ ৰুমটো লীয়াহঁতৰ বেডৰুমৰ কাষতে। সি অফিচ ৰুমত সোমোৱাৰ লগে লগে লীয়া আৰু সপোনৰ মাজত লগা কিছুমান তৰ্ক-বিতৰ্ক শুনিবলৈ পালে। সেয়ে ৰোহিতে লীয়া আৰু সপোনৰ মাজত কিহৰনো ইমান তৰ্ক-বিতৰ্ক লাগিছে, তাৰে বুজ ল'বলৈ কাণ থিয় কৰি ৰাখিলে। কিন্তু কি হ'ব— ওচৰৰে মানুহ এঘৰৰ চাৰিজনী ছোৱালীৰ পিছত এটা ল'ৰা হৈছে, তাৰে এমহীয়া পাতিছে, খন্তেক মাইকটো বন্ধ কৰিছিলহে মাত্ৰ, আকৌ চলাই দিলে। সেয়ে ৰোহিতে বহু চেষ্টা কৰিও লীয়া আৰু সপোনৰ তৰ্ক-বিতৰ্কৰ একো ভু নাপালে। ৰোহিতৰ পেটে পেটে মানুহ ঘৰলৈকে বৰ খং উঠিল। পৃথিৱীত যেনিবা নোহোৱা কাম এটাহে হ'ল। পৃথিৱীৰ প্ৰথম মানৱ আদমহে যেন সিহঁতৰ ঘৰত পদাৰ্পণ কৰিলে। মানুহ অশিক্ষিত হ'লেও বৰ দিগদাৰ। এনেয়ে চাৰিজনী ছোৱালী, বাপেকটোৱে ইফালে গোটেইসোপাকে সদায় পিটোতেই যায়। এতিয়া আকৌ ল'ৰা এটা, কি দুৰ্যোগ ভাবিবলৈ গ'লে। সেই মানুহটোৱে সেই ল'ৰা-ছোৱালীজাকক সম্পূৰ্ণ মানুহ হিচাপে গঢ় দিব পাৰিবনে? সিহঁতে পৃথিৱীত সম্পূৰ্ণ মানুহ হিচাপে স্বীকৃতি পাবনে? এইবোৰ বাৰে-বিংকৰা চিন্তাৰ মাজতে ৰোহিতৰ ঘপকৈকে মনত পৰি গ'ল— সি আহিছিল কি কামত আৰু এতিয়া কি অলাগতিয়াল চিন্তা কৰি আছে। তাতকৈ সি নিজৰ কামকেইটা কৰি শুই থকাই ভাল বুলি নিজৰ কামত লাগিল আৰু শেষ হোৱাত শুই থাকিলেগৈ।

পিছদিনাখনো লীয়াই সপোন আহিব আহিব বুলি বাট চাই থাকিল। সপোন নহা সখি ঘৰলৈকো ফোন কৰিলে। নাই সপোন ঘৰতো নাই। পিছদিনা গধূলিও

সপোন অহাৰকোনো সম্ভাৱনা নেদেখি আকৌ ঘৰলৈ বুলি ফোন কৰিলে। এইবাৰ ফোনত প্ৰশান্ত দুৱৰাক পালে। ফোনত শহুৰেক প্ৰশান্ত দুৱৰাক পাই লীয়াই সুধিলে—

'দেউতা, মই ইয়াত থকা কাৰণে কিবা অসুবিধা হৈছে নেকি?'

'নাই নাই লীয়া, কিয় অসুবিধা হ'ব আকৌ। মহন্ত নহালৈকে তুমি নিশ্চিন্ত মনে তাতে থাকা। আমাৰ একো অসুবিধা নহয়।'

'কিন্তু দেউতা, সপোনে বাৰু মই ইয়াত থকা কথাটো ভালপোৱা নাই নেকি? সপোন ইয়ালৈ কালিও নাহিল, আজিও এতিয়ালৈকে অহা নাই, বোধ হয় নাহে।'

প্ৰশান্ত বৰুৱা উচপ খোৱাদি খালে—' কি? সি কালি তালৈ যোৱা নাই নেকি?'

আচলতে প্ৰশান্ত দুৱৰাই ভাবিবই পৰা নাছিল— সপোন যে লীয়াৰ তাত নাথাকি আন ক'ৰবাত থাকিব। সপোনে দেউতাকৰ আগত কৈ গৈছিল লীয়াৰ তাত থাকিম বুলি। কিন্তু এয়া কি? দুৱৰাই কথাষাৰ ভাবি আচৰিত হ'ল। তথাপি দুৱৰাই লীয়াৰ আগত সহজভাৱে কৈ থ'লে—

'নহয় মা, তাৰ নতুন নাৰ্ছিং হোমখনৰ ওচৰতে এটা লেবৰেটৰী আছে। সেইটোত সি আৰু তাৰ বন্ধু ডাঃ পি চি হাজৰিকাই কিছুমান পৰীক্ষা-নিৰীক্ষা চলাই থাকে। বোধহয় তাতে দেৰি হৈ গৈছে মা। কেতিয়াবা বেছি দেৰি হৈ গ'লে সি পি চি হাজৰিকাৰ ঘৰতে থাকি যায়। সেয়ে [illegible] চিন্তা নকৰিবা। আচলতে নতুনকৈ নাৰ্ছিং হোমখন ষ্টাৰ্ট দিবতো, সেই কাৰণে [illegible] বেছি ব্যস্ত হৈ পৰিছে।'

লীয়াই ইটো-সিটো কথা পাতি ফোনটো থৈ অলপ সময় চিন্তা কৰি এটা বুদ্ধি পালে। তাই যেতিয়া নাৰ্ছিং হোমখন চিনি পায়েই। সেয়ে তাই কাকো একো নোকোৱাকৈ গাড়ীৰ চাবি লৈ গাড়ীত বহিলগৈ। ইফালৰ পৰা ৰোহিতে—

'লীয়া ক'ত যোৱা, লীয়া ক'ত যোৱা' —বুলি সুধিলে।

কিন্তু লীয়াই ইতিমধ্যে গাড়ী উলিয়াই নিলেই। ৰোহিতৰ প্ৰশ্ন লীয়াৰ কাণত নপৰিল। ৰোহিতে ভাবি পাৰ নাপালে, লীয়াইনো কাকো একো নোকোৱাকৈ ইমান খৰধৰকৈ ক'লৈ গ'ল। ৰোহিতে পেটে পেটে ভাবিলে— কিবা দৰকাৰী কামত শহুৰেক বা সপোন দুৱৰাই মাতি পঠিয়াইছে চাগৈ।

লীয়াই নাৰ্ছিং হোমখনৰ ওচৰ পায়েই দেখিলে— ভাঙৰ গেটখন বন্ধ।

…র্ণ দিবলৈ লওঁতেই কোনোবা এটা দৌৰি আহিল, গাড়ীখনলৈ জুমি চালে।

'অ' বাইদেউ। ৰ'ব বাইদেউ, গেটখন তলা মৰা আছে। তলাটো খুলি দিওঁ।'

'অ' তোমাৰ নামটো কি আছিল?

'বাইদেউ ঘনশ্যাম।'

ঘনশ্যাম হৈছে নতুন নাৰ্ছিং হোমখনৰ চকীদাৰ। ঘনশ্যামক লীয়াই দুৰৰাৰ ঘৰত দুদিনমানহে দেখিছিল। সেই কাৰণে ঘনশ্যামৰ নামটো লীয়াৰ মনত নাই। লীয়াই ক'লে—

'ঘনশ্যাম নাৰ্ছিং হোমখনৰ প্ৰায় কাম হৈয়ে গ'ল।'

'হয় বাইদেউ, এতিয়া মাত্ৰ তিনিটা ৰুমত ৰং দিবলৈ আছে। সেইখিনি হ'লে আৰু ষ্টাৰ্ট দিবই পাৰিব।'

'ঘনশ্যাম, মই জৰুৰী কাম এটাৰ কাৰণে আহিলো। ছাৰৰ দেউতাকে ছাৰ ইয়াত থকা বুলি ক'লে। ছাৰে হেনো লেবৰেটৰীত কাম কৰি আছে।'

'হয় বাইদেউ, লেবৰেটৰীটোলৈ সেই ফাকটোৰেদি যাব লাগিব।'

ঘনশ্যামে সেপ গিলি গিলি ক'লে—

'বাইদেউ, ময়ে ছাৰক মাতি দিওঁগৈ। আপুনি যাবলৈ অসুবিধা পাব।'

'নহয় ঘনশ্যাম, মই নিজেই যাব লাগিব; কাৰণ মই লেবৰেটৰীৰ কাম এটাতহে আহিছে।'

ঘনশ্যামে যাওঁ-নাযাওঁকৈ লেবৰেটৰীলৈ লৈ গ'ল। লেবৰেটৰীটোৰ বাৰাণ্ডাত উঠিয়েই লীয়াই ঘনশ্যামক ক'লে—

'ঘনশ্যাম, তুমি গেটৰ তলাটো খুলি থৈ আহিছা নহয়? সেয়ে তুমি যোৱাগৈ মই পাৰিম। ইমানখিনি পালোহি যেতিয়া চিন্তা নাই। লেবৰেটৰীৰ লাইট জ্বলিয়েই আছে।'

ঘনশ্যামে আহিবলৈ পাই ভালেই পালে।

'হ'ব বাইদেউ, মই আহিছো' —বুলি কৈ ঘনশ্যাম তাৰ পৰা বেগাবেগিকৈ আঁতৰিল। লীয়াই লেবৰেটৰীটোৰ পৰ্দাৰ ফাকেৰে চালে— লেবৰেটৰীৰ ভিতৰত কোনো নাই। কিন্তু লেবৰেটৰীৰ কাষৰ অন্য এটা ৰুমৰ পৰা যেন সপোনৰ মাতটো ভাহি আহিল। লগতে এটা আন অচিনাকি মাত। যিটো লীয়াই ধৰিব পৰা নাই। লীয়াই ভাবিলে— বোধহয় পি চি হাজৰিকা বুলি যে কৈছে, নিশ্চয় তেওঁৱেই মাত হ'ব। কিন্তু ৰুমটোৰ ওচৰ পায়ে লীয়া

আচৰিত হ'ল, ক'তা সেইটো নাৰীৰ মাত। কোনোবা নাৰীয়ে যেন হাঁহি সপোনৰ আগত কিবা কৈ আছে। লীয়াই লাহে লাহে গৈ সেই কমটোৰ ওচৰ পালে। লীয়াই কাণ পাতি শুনিলে। সেই সময়তে সপোনে ক'লে—

'কৰবী, আজি মই তালৈ যাব লাগিব। তোমাক মই কমত থৈ আহোঁগৈ ব'লা।'

'আপুনি মোক থৈ গুচি যাবগৈ নালাগে। আপুনি কালিৰ দৰে আজিও মোৰ লগত থাকি যাব ব'লক।'

'কৰবী, কোনোবাই গম পালে বৰ বেয়া কথা হ'ব।'

'কোনেনো গম পাব। মালিকতো নায়েই, তেওঁলোক ডিগবৈলৈ বদলি হোৱাৰ পিছৰে পৰা ক'ৰবাত কেতিয়াবাহে আহে। সবিতাইতো সকলো কথা গম পায়েই। তাইতো কাৰো আগত কবলৈ নাযায়। তাই মোক আৰু আপোনাক সদায় সহায় কৰিযেই আহিছে। তাই বৰ ভাল। তাই জানো আমাক কেতিয়াবা বিপদত পেলাব। ব'লক।'

'ৰ'বা, ভাবি চাওঁ।'

ইফালে লীয়াই সপোন আৰু কৰবী নামৰ ছোৱালীজনীৰ কথা শুনি অস্থিৰ হৈ গ'ল। তাই লাহেকৈ দৰ্জাখন টানি চালে, দৰ্জাখনৰ খিলি লগোৱা নাই। লীয়াই ভাবিলে—চিন্তা নাই, টানি দিলেই দৰ্জাখন খোল খাই যাব। সেই সময়তে সপোনে ক'লে—

'কৰবী, বেয়া নাপাবা, আজি মই নাথাকো। আজি তোমাৰ তাত থকাটো মোৰ কাৰণে বৰ বিপদ হ'ব। লীয়ায়ো মোক সন্দেহ কৰিব।'

'মই সেইবোৰ নাজানো, আপুনি মুঠতে মোৰ তাত থাকিবই লাগিব।'

'কৰবী, তুমি বুজি নোপোৱা কিয়? শুনা কৰবী, মই তোমাৰ লগত থাকি বেছি স্ফূৰ্তি পাওঁ। কিন্তু সিহঁতক দেখুৱাবলৈ, সমাজক দেখুৱাবলৈ মই তাত থাকিব লাগিবই। নহ'লে মই সকলোৰে সন্দেহৰ পাত্ৰ হ'ম। তুমিতো জানাই, মই দেউতাৰ জোৰ-জুলুমতেইতো সমাজক দেখুৱাবলৈহে বিয়া পাতিলো। নহ'লে জানো মই বিয়া নামৰ এই বিপজ্জনক জঞ্জালত সোমাওঁ। তথাপি এইটো মই এটা ডাঙৰ ভুল কৰিলোঁ। কাৰণ মই ভাবিছিলো, কোনেনো মোৰ জীৱনক লৈ ইমান খুচৰি থকিব। তাতে লীয়াও ডাঙৰ হোৱা কাৰণে মই ভালেই পাইছিলো। কাৰণ নিজৰেই কামৰ কোবত সময় নোলাব। সেয়ে মোৰ পিছফালো

ক'ত লাগিব! কিন্তু সকলো মিছা হ'ল। মই অলপ দেৰি কৰিলেই লীয়াৰ মেজাজ গৰম হৈ যায়। সেয়ে কৰবী, মোক তুমি ক্ষমা কৰা, কাৰণ তোমাৰ-মোৰ সম্বন্ধ সমাজত ধৰা পৰিলে মোৰ পৰিচয়, বংশমৰ্যাদা সকলো হানি হ'ব। তাতে চোৱা কৰবী, সকলো টকা-পইচা, মোৰ সম্পত্তি তোমাৰেই। কাৰণ মই আটাইবোৰ নোৱাৰিলেও সৰহভাগ মই এটা সময়ত তোমাৰ নামতেই কৰি দিম। চোৱা কৰবী, মই তোমাৰ আজিও, মই তোমাৰ ভৱিষ্যতেও। কৰবী, মোৰ অনুৰোধ ৰক্ষা কৰা' বুলি কৈ সপোনে কৰবীক চুমা এটা খাওঁতেই লীয়াই দৰ্জাখন জোৰকৈ ঠেলি খুলি দিলে। লীয়াক দেখি সপোনে থৰ থৰকৈ কঁপিবলৈ ধৰিলে। লীয়াই একো মাত নিদিয়াকৈ গাড়ীৰ ফালে ঢাপলি মেলিলে। সপোনে কৰবীক ক'লে—

'ঘনশ্যামে তোমাক থৈ আহিব। মই যাওঁ।'

সপোন লীয়াৰ পিছে পিছে গ'ল যদিও লীয়াই গাড়ী ষ্টাৰ্ট দি খৰধৰকৈ গুচি গ'ল। সপোনেও নিজৰ গাড়ী লৈ লীয়াৰ গাড়ীৰ পিছে পিছে ঢাপলি মেলিলে। সপোনে আজি বৰ লাজ পালে। ইমান ডাঙৰ দুৰ্যোগ এটা তাৰ জীৱনত এনেকৈ আহিব বুলি সি সপোনতো ভবা নাছিল। সি সকলো কথা বৰ পাতলভাৱে লৈছিল। যি ভেম, গৌৰৱত সি ওফন্দি থাকে, তাৰ আজি আটাইবোৰ নিমিষতে চুৰমাৰ হৈ গ'ল। লীয়াৰ পিছে পিছে সপোনো আহি লীয়াহঁতৰ ঘৰ পালেহি। লীয়া সোমোৱাৰ লগে লগে ৰোহিতে সুধিলে—

'লীয়া, ইমান খৰধৰকৈ ক'লৈ গৈছিলা?'

লীয়াই একেবাৰে সৰু মাতেৰে ক'লে— 'সপোনৰ ওচৰলৈ।'

'তোমালোক যে কোনোমতে আহি পালাহি, মোৰ চিন্তাই হৈছিল। গাজনি-ঢেৰেকনিৰে এইজাক কম ডাঙৰ বৰষুণ দিয়া নাই। ৰোহিতৰ এটা কথাও তাইৰ শুনিবলৈ ধৈৰ্য নহ'ল। তাই চিধা বেডৰুম পালেগৈ। সপোনে লীয়াৰ পিছে পিছে বেডৰুম পালেগৈ। লীয়াই তিতা কাপোৰবোৰ সলাই থাকিল। সপোনলৈ মূৰ তুলিও নাচালে। লীয়াৰ মুখত একো কথা নুশুনি সপোনো তেনেই বোবা মানুহটোৰ দৰে হৈ পৰিল। সি পেটে পেটে ভাবিলে— আজিহে তাৰ আচল ৰূপটো লীয়াৰ আগত ধৰা পৰিল। কথাবোৰ ভাবি সি বৰ লাজ পালে। লীয়াই একো নমতা দেখি সপোনৰ বৰ ভয় লাগিল। কাৰণ সি এতিয়ালৈকে একো গম পোৱা নাই— লীয়াই বা পৰিস্থিতিটো কেনেকুৱা ফাললৈ নিয়ে। সেয়ে সি মনত সাহস গোটাই নিজে মাত লগালে—

'লীয়া, তুমি মোক ভুল বুজিছা। তুমি হঠাতে গৈ কি বা বুজিলা, কি বা ভাবিলা? তুমি আগৰ পৰা কথাখিনি শুনা নাই, সেইবাবে তুমি একো নুবুজিলা। মোকেই দোষী বুলি ভাবিছা। আচলতে তাইক মই কামৰ পৰা উলিয়াই দিছিলো, কাৰণ তাই কামবোৰ নিয়াৰিকৈ নকৰে। সেয়ে তাই মোৰ ওচৰত ক্ষমা বিচাৰিছিল। যাতে মই তাইক এইবাৰলৈ ক্ষমা কৰি দিওঁ। কিন্তু মোৰ সেই সময়ত ইমানেই খং উঠিছিল যে মই তাইক কোনোমতেই ক্ষমা কৰিব বিচৰা নাছিলো। সেয়ে তাই মোৰ ভৰিত ধৰি উঠি দিওঁতেই খুন্দা খালে। এনেকে তুমি হঠাতে দেখা পাই তাইৰ লগত মোৰ কিবা বেয়া সম্বন্ধ আছে বুলি ভাবি ল'লা। লীয়া, তুমি যি বুজিছা সকলো কিন্তু ভুল বুজিছা।'

লীয়া এনেয়ে অস্থিৰ হৈ আছে। তাতে সপোনৰ মিছা কথাবোৰে তাইক ইমানেই খং উঠাই দিছে যে তাই খন্তেক কি কৰো, কি নকৰো হৈছে। লীয়াই ক'লে—

'শুনা সপোন, মই তাত হঠাৎ যোৱা নাই। মই তাত কিমান সময় বৈ আছো জানা? আধা ঘণ্টা। এনেয়ে বৈ থকা নাই—তোমাৰ আৰু সেইজনীৰ কথা শুনি। তুমি মোক কি বুলি ভাবিছা? এটা একেবাৰে চাধাচিধা মগজুহীন প্ৰাণী বুলি? নে একেবাৰে বুৰ্বক? বাঃ পাপাক ৰোহিতে ছাৰ কোৱা কাৰণে তোমাকো সি ছাৰ কব লাগে। কাৰণ তোমাৰ বংশ গৌৰব ৰোহিতে তোমাক দাদা বুলি মাতিলেই চূৰ্ণ-বিচূৰ্ণ হৈ যাব। ৰোহিতক তুমি ইমান নগণ্য বুলি ভাবা। ৰোহিত তোমাৰ কাৰণে মানুহেই নহয়। অথচ তুমি সাধাৰণ বাৰ্ড গাৰ্ল এজনীৰ মুখত চুমা বুলাই বুলাই মৰম কৰিলে তোমাৰ বংশ মৰ্যাদা হীন নহয়। সেয়াই তুমি মানুহ। ৰোহিতৰ কেএটা আঙুলিটোৰ সমানো সেই বাৰ্ড গাৰ্লজনী হ'বনে? পাপাই নিজৰ ল'ৰাৰ নিচিনা ভবা ৰোহিতক তুমি নগণ্য মানুহ বুলি ভাবা। যাক পাপাই শিক্ষা-দীক্ষাৰে উপযুক্ত কৰিছে। তোমাৰ নিচিনাকৈ কেয়াৰ লোৱা হ'লে কিজানি ৰোহিত তোমাৰ-মোতকৈ বহু ওপৰ পালেহেঁতেন। পাপাই সেইষাৰ কথা সদায় কয়। অথচ তুমি শিক্ষা-দীক্ষা নথকা পৰিয়ালৰ চিন-চাব নথকা ছোৱালী এজনীক তোমাৰ নতুন বিবাহিতা পত্নীতকৈও এশগুণ ভাল পোৱা। সেয়াই ইমান দম্ভালি, গৌৰৱ, নামজ্বলা পৰিয়াল, ডাঙৰ পৰিয়াল বুলি। বাঃ দুৰৰা পৰিয়াল। তুমি নিজেও এজন ডাক্তৰ, দেউতাৰাও এজন ডাঙৰ ডাক্তৰ। কিযে অহঙ্কাৰ তোমাৰ। কামতকৈ তোমাৰ অহঙ্কাৰ বেছি। আজি মোৰ খুব ভাল লাগিছে, তোমাৰ পৰিচয় অন্তত মই পালো। ইফালে ৰোহিত ছটফটাই আছে—

কাৰণ লীয়া আৰু সপোনৰ মাজত কিবা তৰ্ক-বিতৰ্ক লাগিছে। মাজে মাজে লীয়াৰ মুখত ৰোহিতৰ নামটো শুনি ৰোহিত আচৰিত হ'ল— কিয় লীয়াই বাৰে বাৰে তাৰ নামটো ল'ব লগা হ'ল। সি সিহঁতৰ কাজিয়াৰ কিবা কাৰণ নেকি? নে সি কিবা দোষ লগালে। তাৰ মনত থকাততো সি তেনেকুৱা একো দোষ লগোৱা নাই। তথাপি একো ঠিক নাই। এই সপোনটো বৰ ওপৰত থকা মানুহ। সি লীয়াকেই মানুহ বুলি নাভাবে। আমিবোৰতো তাৰ কাৰণে একোৱেই নহয়। আমাক বাৰু তই মানুহৰ লেখত নেপেলাও নাই, অন্তত লীয়াক ঘৈণীয়েক হিচাপে অলপ সন্মান কৰচোন। ৰোহিতে কেইবাবাৰো কাজিয়াৰ মাজত সোমাম বুলি ভাবিও বাৰে বাৰে উভতি আহিল। যিমান যি নহওক গিৰিয়েক-ঘৈণীয়েকৰ কাজিয়া, কিবা কথাত লাগিছে। সোমাই গ'লে বা লীয়াই কি ভাবে। সেয়ে সি কেইবাবাৰো সোমাব খুজিও ঘূৰি আহিল। লীয়াই ক'লে—

'সপোন, দেউতা আহক; মই তোমাক ডিভোৰ্চ দিম। কাৰণ ইমান চৰিত্ৰহীন এটাৰ লগত মই কেতিয়াও সংসাৰ কৰিব নোৱাৰো। নিৰ্লজ্জ, যদি তোমাৰ চৰিত্ৰই বেয়া, তেনেহ'লে তুমি মোক কিয় বিয়া কৰাইছিলা। মোৰ জীৱনৰ লগত খেলিবলৈ তুমি অধিকাৰ ক'ত পালা? দেউতাৰাৰো কি বুদ্ধি! বিয়াৰ কাৰণে খৰধৰ কৰিলে, পুতেক হেনো ফৰেনলৈ যায়। সমাজত মুখাপিক্ষা মানুহ বেলেগে আৰু নাই, তোমালোকেই। বাঃ বাৰ্ড গাৰ্লজনীক যদি ভালেই পাইছিলা, তেনেহ'লে বিয়া নকৰালা কিয়? অ' সমাজত নিজৰ পৰিয়ালৰ গৌৰৱ বজাই ৰাখিবলৈ। যাতে সমাজত নিজৰ প্ৰতিপত্তি লোপ নাপায়।'

'লীয়া, তুমি অত দেৰিৰ পৰা অকল তোমাৰবোৰ গাই গ'লেই নহয়। মোৰো কথা শুনা। লীয়া, মই তোমাক মোৰ জীৱনৰ এজাক ভয়ঙ্কৰ ধুমুহা বুলি ভাবো। মোৰ জীৱনত তুমি একুৰা বনজুই। মোৰ জীৱনৰ ভোটা তৰাটোও তুমিয়েই। তুমি আচলতে বৰ নীচ। তুমি প্ৰকৃততে ভাগ্যহীনা, নহ'লেনো তুমি মোৰ লগত বিয়াত বহিব লাগেনে? দেউতাই বহু ঠাইত ছোৱালী চাই মোলৈ ঠিক কৰিব নোৱাৰিলে। কাৰণ মোৰ কথা-কাণ্ডতেই ছোৱালীয়ে নাকচ কৰে। তেনেকুৱা অৱস্থাত মোক তুমি কেনেকৈ পচন্দ কৰিলা, মই বুজি নাপালো। সেয়ে তুমি মোক দোষ দি একো লাভ নাই। সেইটো তোমাৰেই ভুল।'

'তোমালোক যে বাপেক-পুতেক দুয়োটাই ছোৱালী বিচাৰি আমাৰ ঘৰত হাত পাতিছিলা, সেইটো মোকোৱা কিয়? নে পাহৰিলা? আমাৰ পাপাই তোমালোকৰ ঘৰলৈ গৈ কিন্তু ল'ৰা বিচাৰি হাত পতা নাছিল। পাপা যিবা এবাৰ

তোমালোকৰ ঘৰলৈ গৈছিল, বিয়া ভাঙিবলৈহে; কিন্তু তোমাৰ দেউতাৰাৰ মিঠা কথাত ভোল গৈহে বিয়া নভঙাকৈ গুচি আহিবলৈ বাধ্য হ'ল। তাৰ পিছত দেউতাই তোমাকো পঠিয়াই দিয়া নাছিল জানো, ভালৰি লগাবলৈ। তোমাৰ চৰিত্ৰ ভাল হোৱা হ'লে, তুমি নিজে আহি দেউতাৰাৰ লগত ছোৱালী চাবলৈ নাহা। তুমি আচলতে অতি লুভীয়া মানুহ। সপোন, আৰু এটা শুনা— মই তোমাৰ লগত বিয়াত বহিছিলো এখন সুখৰ সংসাৰ গঢ়াৰ কাৰণে, পদে পদে তোমাৰ পৰা লাঞ্ছনা খাবলৈ নহয়। বিয়া মানে তুমি এইটো বুজিছা যে তুমি বাৰ্ড গাৰ্লজনীৰ লগত খেলা কৰিবা আৰু মই তোমাৰ ঘৈণীয়েৰাৰ অভিনয় কৰি সমাজত তোমাক বচাই যাম। সেইটো কাহানিও হ'ব নোৱাৰে।'

'লীয়া, তুমি কেৱল বাৰ্ড গাৰ্ল, বাৰ্ড গাৰ্ল কৰি নাথাকিবা। কাৰণ তাইৰ এটা ধুনীয়া নাম আছে— কৰবী। কৰবী বুলি ক'বা। নহ'লে মই বৰ বেয়া পাওঁ। কাৰণ কৰবীয়েই মোৰ জীৱনৰ সকলো। কাৰণ তাইক মই ভালপাওঁ।'

সপোনৰ কথাখিনি শুনি লীয়াই চিঞৰি চিঞৰি ক'লে—

'কি অসভ্য মানুহ তুমি। ছিঃ কাপুৰুষ, তোৰ ইমান সাহস। মই তোক ডিভোৰ্চ দিবই লাগিব।'

'লীয়া, তুমি মোক ডিভোৰ্চ দিব নোৱৰা।'

'কিয় নোৱাৰিম? কেনেকৈ তই মোক বাধা দিবি?'

'শুনা লীয়া, মই কি কম জানা— চিঞৰি চিঞৰি সকলোকে কম লীয়াৰ লগত ৰোহিতৰ বেয়া সম্বন্ধ আছে, সেই কাৰণে লীয়াই মোক ডিভোৰ্চ দিবলৈ বিচাৰিছে।'

ৰোহিতে হুলস্থূল বাঢ়ি অহা দেখি দৌৰি আহিল। কিন্তু লীয়াৰ লগত ৰোহিতৰ কিবা বেয়া সম্বন্ধ থকা কথাটো শুনি ৰোহিত তাতে জঠৰ হৈ গ'ল। সি ভাবিলে— এতিয়া সিহঁতৰ কমত সোমাই গ'লে বা সিহঁতে তাক কি কয়। সি পেটে পেটে ভাবিলে— নাই, নোসোমাও। কাৰণ সোমাই গ'লে তাতোকৈও বেছি বেয়া কথা কবলৈ তাৰ বেছি সময় নালাগে। সপোন বৰ নিৰ্লজ্জ মানুহ, ছিঃ! মুখত যি আহে তাকে কয়। সপোনে আকৌ ক'লে—

'চোৱা লীয়া, ৰোহিতৰ লগত তোমাৰ কিবা এটা নাথাকিলেনো দেউতা নাথাকোঁতে ইয়াত থাকিবলৈ আহানে? নিশ্চয় কিবা এটা আছে। সেয়ে মই ভাবো ভগৱানে তোমাক-মোক মিলাই দিছে। তুমি তোমাৰ ভাগে আৰু মই মোৰ ভাগে নিজৰ নিজৰ মনে বিচৰাজনক লৈ আনন্দত মতলীয়া হৈ থাকিলোঁই

হ'ল।'

'ছিঃ নিজেতো অসভ্যই, চকুৰে আনকো অসভ্যই দেখে।'

'লীয়া, ডিভোৰ্চ দিয়াৰ আগতে এবাৰ ভাবি চাবা, তোমাৰ পৰিণাম সমাজত কি হ'ব। মই বাৰ্ড গাৰ্লৰ লগত আৰু তুমি দেউতাৰাৰ ঘৰৰ লগুৱা এটাৰ লগত, একেই কথা। লীয়া, তুমি-মই একেটা পইচাৰ ইপিঠি-সিপিঠি।'

এইখিনি কৈ সপোনে ওচৰতে থকা সৰু ক'লা ৰঙৰ দামী বেগটোৰ পৰা এটা মদৰ বটল উলিয়াই গিলাচত ঢালি ঢালি মদ খোৱাত লাগিল! লীয়াই বেড ৰুমৰ ওচৰতে থকা ড্ৰেছিং ৰুমৰ সৰু বিচনাখনতে উচুপি উচুপি পৰি থাকিল। সপোনৰ লগত বিয়াত সোমোৱাৰ দিনাখনৰে পৰা তাইৰ জীৱনৰ গতি বেলেগ হৈ গ'ল। এই বছৰটো তাইৰ কাৰণেনো ইমান বেয়া আছিলনে? ভগৱানেনো তাইৰ কপালত ইমান কঠুৱা, নিৰ্লজ্জ অসভ্য মানুহ এটা গিৰিয়েক হিচাপে ৰাখিছিলনে? তাইৰ একে লগৰ ডাক্তৰ হেমা, সুজাতাৰ গিৰিয়েকহঁত যে কিমান ভাল। সিহঁতেওতো একো একোজন নামি ডাক্তৰ। সুজাতা আৰু সুজাতাৰ গিৰিয়েক প্ৰসেনজিতক যেতিয়াই লগ পাওঁ, তেতিয়াই এনেকুৱা লাগে— যেন সিহঁত দুয়োটা নতুন প্ৰেমিক-প্ৰেমিকা। ইমান মিল। হেমাৰ গিৰিয়েক উৎপলটো কম ভাল ল'ৰা নহয়। কিন্তু তাইক কিয় আজি ভগৱানে এনেকুৱা কৰিলে। পিশাচটোলৈ থৰথৰকৈ বিয়াত বহাতকৈ যদি তাই এনেয়ে বিয়া-বাৰু নোহোৱাকৈ থাকিলহেঁতেন। মিছাতে বিয়াৰ নামটো লৈ নিজকে নিজে ধ্বংস কৰিলে। পাপাক আহিলে তাই কি উত্তৰ দিব। পাপাকক তাই কেনেকৈ কব সপোন নামৰ পিশাচটোক তাই ডিভোৰ্চ কৰিব বুলি। সপোনো কম বদমাচ মানুহ নহয়। তাৰ হাড়ে-হিমজুৰে সি বেয়া। কিয়নো সপোনক লীয়াই ডিভোৰ্চ দিলে, সপোনে ৰোহিতৰ লগত লীয়াৰ বেয়া সম্বন্ধ আছে বুলি এনেয়ে উলিয়াই দিব। ছিঃ তেতিয়া বাৰু লীয়াই দেউতাক আৰু সমাজৰ ওচৰত কেনেকৈ মুখ উলিয়াব। ইমানদিনে ঘৰৰে এটা বুলি ভবা ৰোহিতৰ আগতনো তাই কেনেকৈ মুখ উলিয়াব। এইবোৰ ভাবি ভাবি তাই অস্থিৰ হৈ গ'ল। দেউতাক এনেয়ে হাৰ্টৰ পেচেন্ট। তাইৰ এইবোৰ গম পালে দেউতাকে লগে লগে হাৰ্ট এটেক্ট কৰিব। তাই কি কৰিব, কি নকৰিব ভাবি পাৰ নোপোৱা হ'ল। তাই ভাবিলে— যাৰ কপাল বেয়া, বেয়াই। কিয়নো সৰুতেই তাই মাকক হেৰুৱালে। সেই দুখেই তাইৰ জীৱনটোত কোনেও মচিব নোৱৰা আঘাত। এতিয়া আকৌ কত আশা বুকুত বান্ধি এখন সুন্দৰ সংসাৰৰ কল্পনাৰে বিয়াত সোমাইছিল, সেই

আটাইবোৰ আশা তাইৰ চূৰ্ণ-বিচূৰ্ণ হৈ গ'ল। বিয়াই তাইৰ জীৱনৰ কাল হ'ল। তাইৰ কাৰণে যেন সপোন মানুহ নহয়, এডাল বিষাক্ত ফেঁটী সাপ— যিডালে অনবৰতে ফেট তুলি থাকে, তাইক খুটিবলৈ। তাইৰ আৰু দেউতাকৰ জীৱনত সুখ বোলা বস্তুটো নিশ্চয় ঈশ্বৰে কপালত লিখিবলৈ পাহৰি গ'ল। লীয়াই বাৰে বাৰে এটা কথাই ভাবি থাকিল— তাইৰ নিচিনা দুৰ্ভগীয়া মানুহৰ কাৰণে যেন মৃত্যুৱেই শ্ৰেয়। মৃত্যুৱেই যেন তাইৰ জীৱনৰ প্ৰতিকাৰ।

ইফালে ৰোহিতে হুলস্থূল শাম কটা দেখি ভাবিলে— এতিয়া থাকক। এনেকৈ আৰু চাই থাকিব নোৱাৰি। কাইলৈ লীয়াক খোলাখুলিকৈ সুধিব লাগিব। সিহঁত দুয়োটাৰ মাজত কিয় ইমান কাজিয়া লাগে। যদি কিবা সৰ-সুৰা ভুল বুজাবুজি, তেনেহ'লে মিট-মাট কৰি দিব লাগিব। যদি ডাঙৰ কিবা কাজিয়া, তেতিয়া হ'লে ছাৰ আহিলে একো নুলুকোৱা কৈ সকলো ভাঙি-পাতি ক'ব লাগিব। নহ'লে এদিন এই কাজিয়াই চূড়ান্ত ৰূপ ধাৰণ কৰিব। সপোন যি অভদ্ৰ, কাজিয়া কৰি কৰি কেতিয়াবা লীয়াকেই মাৰধৰ কৰিব। কাৰণ সি ৰাতি মদো খায়। সেয়ে লীয়াই ভাল পাওক, বেয়া পাওক পুৰা তাইক খোলাকৈ কথাবোৰ সুধিব লাগিব। এইবোৰকে ভাবি-গুণি পুৰাটোৰ অপেক্ষাত ৰোহিত বিচনাত পৰি থাকিল। সি ৰাতিটো ছটফটাই থাকিল। চিন্তাত তাৰ টোপনি নাহিল। তাৰ এটাই মাত্ৰ সাঁথৰ— লীয়াৰ সংসাৰতনো কিহৰ জুই। ভাবি ভাবি তাৰ বৰ দুখ লাগিল। যিজনী ছোৱালীয়ে সৰুৰে পৰা কাকো টান কথা এটা কৈ নাপালে, যিজনী ছোৱালীয়ে কাৰো লগত কাজিয়া কৰি নাপালে, এতিয়ানো তাই খনে খনে কাজিয়া লগা মানুহ এটা গিৰিয়েক হিচাপে পাব লাগেনে। যিজনী ছোৱালী সৰুৰে পৰা অমায়িক, ঠাণ্ডা বুলি সকলোৰে জানে, তেনেকুৱা ছোৱালী এজনীয়ে খোজেপতি ইমান দুখ কেনেকৈ পাইছে? বেচেৰী লীয়াৰ কি নাই? নাই ৰূপ, নাই গুণ? কোনোফালে কম নহয়। তাইৰ নিচিনা ছোৱালী এজনী পাবলৈ মানুহৰ ভাগ্য লাগিব। চোকাৰ ফালে চোকা। তাতে তাই দিল্লীত এম ডি কৰিবলৈও ছীট পাইছিল। এই পিশাচটোৰ লগত বিয়াত সোমাই তাই পোৱা ছীটটোও হেৰুৱালে আৰু ওপৰলৈ পঢ়িলেতো লীয়া তাতকৈ বহুগুণে ডাঙৰ ডাক্তৰ হ'লহেঁতেন। সি বাপেকৰ টকাৰ বলতে নাম কমাইছে। নহ'লে তাক চিনি পোৱা মানুহ কেইটা আছে? ৰোহিতে সকলো সহ্য কৰিব পাৰে। কিন্তু লীয়া আৰু তাৰ মালিক ডাক্তৰ মহন্তৰ বেয়াটো সি কেতিয়াও চাই থাকিব নোৱাৰে। সিহঁতৰ কিবা এটা বেয়া হ'লে, সি মনত বৰ কষ্ট পায়। সি কেতিয়াও

সিহঁতৰ বেয়াটো সহ্য কৰিব নোৱাৰে। এইবোৰ চিন্তাই তাক চকু জপাবলৈ সুবিধাই নিদিলে। সি বিচনাতে ছটফটাই থাকিল। একেবাৰে পুৱতি নিশাহে সি চকুটো অলপ মুদিলে।

সপোনে পুৱাই গাড়ীখন লৈ ওলাই গ'ল। গাড়ীখন যাওঁতে ৰোহিতে সাৰ পাইছিল, কিন্তু টোপনিয়ে টানি ধৰা দেখি সি নুঠিল। ৰোহিতৰ ইমানেই টোপনি ধৰিল যে পুৱা ন বাজি গ'ল, গমকে নাপালে। এইটোৱেই প্ৰথম দিন, ৰোহিতৰ জীৱনত ইমান দেৰিলৈকে শোৱা। ৰোহিতৰ কাৰণে পুৱা ছটাই বহুত দেৰি। সেইদিনা ৰোহিতৰ টোপনিৰ পৰা সাৰ পাই গাটো বৰ বেয়া লাগিল। সেয়ে সি আৰাম লাগিবলৈ গাটো ধুই লৈ গৰম চাহ একাপ খালে। ৰান্ধনি ঘৰৰে এচুকত থকা চকী এখনত বহি সি গৰম চাহ কাপ সোহা মাৰি কণটিক সুধিলে—

'ঐ বাইদেউ গ'ল কেনি?'

'নাই যোৱা দাদা, লীয়া বাইদেউ শোৱাৰ পৰা উঠাই নাই। ছাৰ কিন্তু গেল।'

'চাহ দিলিনে নাই?'

'দিবা গেছিলো, নাখাওঁ বুলি ক'লাক। দাদা ৰাতি যে এমান কাজিয়া লাগছিল, আপনি শুনছিল না? মই ভাত খাই থাকোঁতে শুনছিলো দাদা। তাৰ পিছত গম নাপাওঁ আৰ'। মোৰ ৰোমটোক লাগি মাত নাহে। দাদা আপনি কিজানি ঘোমবাই নুৰিল দক। হয় দে কেনেকৈ শুবি। সেই কাৰণেতো লীয়া বাইদেউ এতিয়ালৈকে শুই আছে। নহ'লে তাই ইমান দেৰিলৈকে কোনোদিন নুশুৱে নহয়। ৰাতিও সিহঁতৰ ভাত পানী নাই। কিনো ইমান অশান্তি। হ'ব দে লীয়া বাইদেউক নজগাবি তাই শুই লওক। তাই এতিয়া গৈ ৰুমটো নাসাৰিবিগৈ আকৌ শব্দ হ'লে তাইৰ টোপনি ভাগি যাব। হয় দাদা সেই কাৰণেতো মই তাক লাগি যোৱায় নাই। অ' দাদা আমাৰ লীয়া বাইদেউ এনাম ঠগা এনাম ভাল সি কিয়ানো দেখবা নুৰে।

ৰোহিতে ক'লে কেনেকৈনো জানো সি কিয়বা দেখিব নোৱাৰে।

হয় দে দাদা কিয় বা দেখবা নুৰে। লীয়াক আজি আটাইবোৰ কথা সুধিব লাগিব। কণটি আজি টেঙা জোল ৰান্ধিব লাগিব বৰ ৰ'দ দিছে নহয়। টেঙা জোল ৰান্ধিলে বাইদেৱে জোক বৰ ভাল পাব।

জানো দাদা-বাইদেৱে টেঙা জোল বৰ ভাল পায়। ৰোহিতে তাক দিহা পৰামৰ্শ দি অফিচ কমলৈ বুলি গ'ল। অফিচ ৰুমৰ টেবুল চকী মোহাৰি আলমাৰিবোৰৰ ভিতৰত থকা কাগজ-পত্ৰবোৰ অলপ চিজিল কৰিলে।

ৰোহিতে ভাবিলে আজি কাম থাকিলেও নকৰো নহ'লে কেনেবাকৈ লীয়া ওলাই গ'লে। ৰাতি আহি সপোনৰ লগত একেখন যুদ্ধকে লাগিব। সেয়ে লীয়া ওলাই যোৱাৰ আগতেই লীয়াক বহুৱাই কাজিয়াৰ আচল ৰহস্য জানি ল'লে দুয়োটাকে বুজাই মীমাংসা কৰি দিব পাৰিম। নহ'লে কথা বৰ বেয়ালৈ গৈছে। এনেতে সি অফিচ ৰুমৰ ঘড়ীটোলৈ চাই দেখিলে বাৰ বাজিছে। সি কাম এৰি বেগাবেগিকৈ ডাইনিং হললৈ আহিল।

সি আহি লীয়াক নেদেখি কণটিক সুধিলে, কণটি বাইদেউ গ'ল নেকি? নাই যোৱা দাদা, বাইদেউ ঘুমটি মাৰি আছে।

এহঃ তই গম নাপাব হ'বলা ছাবৰ লগত কিজানি পুৰাই গৈছে।

নাই যোৱা দাদা, ছাবক মইহে গেটখান খুলি দিছো। ছাবক গাড়ীত একলায়হে দেখছো।

তেনেহ'লে তাই ইমান দেৰিলৈকে শুইছেনে? কণটি ব'লচোন বাইদেউৰ ৰুমলৈ যাওঁ।

দুয়োটাই দৰজাখন খুলি লীয়াৰ ৰুমলৈ সোমাই গ'ল।

কণটিয়ে চিঞৰি মাৰি উঠিল হাও দাদা বাইদেউচোন নাই। ক'ক গেল।

ৰোহিতে ক'লে ৰ' ড্ৰেচিং ৰুমত সোমাই আছে নেকি?

ৰোহিতে বাহিৰৰ পৰা চিঞৰিলে লীয়া, অ' লীয়া, নাই দেখোন ইয়াতো নাই।

কণটিয়ে ক'লে দাদা ভালকৈ সোমেই চাচোঁ।

ৰোহিতে ড্ৰেচিং ৰুমটোলৈ লাহে লাহে সোমাই গ'ল। ক'তা ইয়াতো নাই দেখোন। অ' বাথৰুমৰ দৰজা বন্ধ, নিশ্চয় বাথৰুমত আছে।

হয় দে দাদা ঠিকেই কৈছে, বাথৰুমৰ দৰজাৰ খিলি ভিতৰৰ ফালৰ পৰা বন্ধ। ৰোহিতে বাথৰুমৰ বন্ধ দৰজাখনৰ ওচৰৰ পৰা চিঞৰিলে লীয়া কি কৰিছা।

কণটিয়ে বাথৰুমটো চাফা কৰিব বিচাৰিছিল। নাই, কোনো শব্দই নাই।

ৰোহিতে আকৌ চিঞৰিলে নাই, এইবাৰো মাত নাহিল।

ভাবিলে নিশ্চয় সপোন আৰু তাইৰ মাজত হোৱা ৰাতিৰ কাজিয়াখনৰ কাৰণে কিজানি তাই আমাৰ আগত সহজ হ'ব পৰা নাই। যি কাৰণে তাই ঘপকৈকে আমাৰ আগত ওলাবলৈ লাজ পাইছে। সেয়ে আকৌ চিঞৰিলে লীয়া ওলাই আহা। সকলো কথা সহজকৈ ল'ব লাগে। তুমি ইমান চেণ্টিমেণ্টেল হ'লে কেনেকৈ হ'ব।

এইবাৰ ৰোহিতে বাথৰুমৰ দৰজাখনতো পাৰে মানে টুকুৰিয়ালে। নাই একো সাৰসুৰেই নাই।

কণটিয়ে ক'লে অ' দাদা এই গিলা কথা চিমতা কৰি কিজানি বাইদেউৰ মূৰ ঘূৰেই বাথৰুমতে পৰলাক।

যাওঁ ব'ল, বাথৰুমৰ পাছফালেদি চাওঁ।

কণটিয়ে সৰু ফুটা এটাৰে জুমি চাই দেখিলে লীয়া বাথৰুমত থিয় হৈ আছে।

কণটিয়ে লাহে লাহে ক'লে দাদা বাইদেউ বাথৰুমতে থিয়া দি আছে। দাদা তই নুৰবি নহয়। এই ফাঁকটোৰেদি মইহে সুৰকিব পাৰিম। হাবি কাটিলে চুন এই ফাঁকটোৰেদি সোমবা নুৰি মোকেই মাতি আনা। মনত নাই দাদা, এই ফাঁকটোৰেদি মইহে সুৰকো। ব'ল দাদা আগেদি গৈ দৰজাখানকে ভুকে দেও, খুলি যাব।

ৰোহিতে ক'লে, হাতেদি ভুকুবালে কিনো হ'ব। কণটি হাতুৰিটো লৈ আনগৈ যা।

কণটিয়ে হাতুৰিটো আনি ৰোহিতৰ হাতত দিলে। ৰোহিতে হাতুৰিটো লৈ দৰজাৰ খিলিটোৰ ওচৰত খুব জোৰেৰে মাৰি দিওঁতেই দৰজাখন ধামকে শব্দ কৰি খোল খাই গ'ল। দৰজা খোল খোৱাৰ লগে লগে ৰোহিতে ওফাল মাৰি কণটিক ঠেলি বাথৰুমটোলৈ সোমাই গ'ল। ৰোহিতে হঠাৎ ওলমি থকা লীয়াক দেখি তাতে ক'ব নোৱৰা হৈ বহু দেৰি দেহাটোলৈকে একে থৰে চাই থাকিল। ইফালে কণটিয়েও সোমায়েই লীয়াক ওলমি থকা দেখি কান্দিবলৈ ধৰিলে।

ৰোহিতৰ বুকু খুন্দা মাৰি ধৰিলে। লীয়াৰ ওলমি থকা নিষ্প্ৰাণ দেহটোলৈ চাই চাই সি ক'বলৈ ধৰিলে লীয়া এয়া তুমি কি কৰিলা! মাৰ দৰে তুমিও একে ভুলকে কৰিলা। তুমিও জনা-শুনা ইমান শিক্ষিত ছোৱালী হৈ এনে ভুল কিয় কৰিলা? তুমি কি দোষত এনেকুৱা কাম কৰিবলৈ বাধ্য হ'লা, তুমি আমাক এনেকুৱা শাস্তি কিয় দিলা? যদি তোমাৰ অন্তৰৰ দুখবোৰ এবাৰ আমাৰ আগত

প্ৰকাশ কৰিলাহেঁতেন, তেনেহ'লে তুমি আজি এই দশা মুৰ পাতি ল'ব লগা নহ'লহেঁতেন। তুমি কিয় সকলো লুকুৱাই ৰাখিলা। তুমি ভুল কৰিলা। বৰ্বৰ প্ৰকৃতিৰ মানুহক আৰু বৰ্বৰ হ'বলৈ সুবিধা দিলা।

সেই সময়তে কণটিয়ে উচুপি উচুপি ক'লে দাদা এগিলা কৈ থাকলে কি হ'ব। চবাকলাগি খবৰ দে।

তেতিয়াহে ৰোহিতৰ জ্ঞান আহিল। হয়তো, এতিয়া আমাৰ প্ৰথম কাম হ'ল সপোন আৰু মহন্ত ছাৰক কথাটো জনোৱা। পিছে সপোনক যেনিবা জনালোৱেই, মহন্ত ছাৰক বাৰু কেনেকৈ জনাম। মহন্ত ছাৰক বৰ জৰুৰী কাম এটা দেখুৱাই টেলিগ্ৰাম কৰি মাতি আনিব লাগিব।

এনেতে ৰোহিতে সপোনলৈ ফোন কৰিলে। কিন্তু সপোন ঘৰত নাই, চেম্বাৰতো নাই, পাছত যেনিবা নাৰ্ছিং হোমত সপোনক পালে। ফোন সপোনেই ৰিচিভ কৰিলে।

ৰোহিতে লগে লগে সপোনক ক'লে- সপোন, লীয়া আৰু নাই। লীয়াই আত্মহত্যা কৰিছে।

সপোনে আচৰিত হৈ ক'লে- কি?

সপোন তুমি দেখোন আচৰিত হৈছা? তোমাৰ কাৰণেতো এইটো আচৰিত হ'ব লগা কথা নহয়।

সাপোনে কিবা ক'বলৈ বুলি মুখ খোলোতেই ৰোহিতে ক'লে, ৰ'বা সপোন এটা কথা শুনা, লীয়াই এনেকুৱা এটা কাণ্ড কৰাৰ গুৰিতে কিন্তু জগৰীয়া তুমি। কাৰণ কালি তোমালোক দুয়োটাৰ মাজত বহুত তৰ্ক-বিতৰ্ক শুনিছিলো। আগতেও দুবাৰ শুনিছো। মই আচলতে গিৰিয়েক-ঘৈণীয়েকৰ কাজিয়া বুলি তোমালোকৰ মাজত সোমোৱা নাছিলো। মই বৰ ভুল কৰিলো।

তাৰ মানে ৰোহিত তুমি ক'ব বিচাৰিছা তাইৰ মৃত্যুৰ কাৰণে মই জগৰীয়া। হয় সপোন হয়, তাইৰ মৃত্যুৰ কাৰণ তুমি।

ৰোহিত, এয়া তুমি কি আবোল-তাবোল কথা বকিছা; ষ্টপ ইট! তুমি মুখত যিহকে আহে তাকে ক'বা নেকি? তাইক মই মৰা নাই।

ৰোহিত, তাই আত্মহত্যা কৰিছে। বুৰ্বক তই আত্মহত্যাৰ মিনিং জান নাই। যি নিজকে হত্যা কৰে। অৰ্থাৎ লীয়াই নিজকে নিজে হত্যা কৰিছে। আত্মহত্যা মানুহে যিকোনো কামত কৰিব পাৰে। যেতিয়া মানুহে এনেকুৱা এটা

দোষ কৰে যিটো আনৰ আগত প্ৰকাশ কৰাটো সাংঘাটিত লজ্জাজনক তেনেকুৱা এটা দোষত পৰিহে মানুহে আত্মহত্যা কৰে।

ৰোহিতে ক'লে- সপোন, এতিয়া তুমি যি কোৱা নোকোৱা সেইবোৰ মই নাজানো। মই মাগ এটা কথাই জানো তাইৰ মৃত্যুৰ কাৰণ তুমি। সপোন, তুমি তাইক মৰা নাঃ ’াচা। কিন্তু তাইক আত্মহত্যা কৰিবলৈ বাধ্য কৰিছা। মই পুলিচৰ আগত তোমাৰ হৈ ষ্টেটমেণ্ট দিম। পুলিচে তোমাক হত্যাকাৰী বুলি চিনাক্ত কৰিব।

হ'ব, ৰোহিত হ'ব মহন্ত ঘৰৰ লগুৱা হৈ ইমান ডাঙৰ কথা নকবি বুলি কৈ সপোনে খঙত ৰিচিভাৰটো বৰ জোৰেৰে থ'লে।

সপোনে বেগাবেগিকৈ লীয়াৰ ঘৰ পালেগৈ। সপোনে চকু মচি মচি ঘৰৰ ভিতৰলৈ সোমাই গ'ল। সপোনে লীয়াৰ শটো দেখি লীয়া বুলি দৌৰি চুবলৈ গৈছিল। কিন্তু শৰটো পোৱাৰ আগতেই পুলিচে সপোনক থাপ মাৰি ধৰিলে। পুলিচে ডেড্ বডিটো প'ষ্ট মৰ্টেমৰ কাৰণে পঠিয়াই দিলে। তাৰ পিছত পুলিচে ৰোহিত আৰু কণটিক সোধ-পোছ কৰিলে। কণটিয়ে একো নামাতি কান্দি থাকিল।

ৰোহিতে পুলিচক ক'লে- ছাৰ, মোৰ অনুমান লীয়া কিজানি নিজে মৰা নাই, ই ওলোমাই দিছে।

পুলিচে ক'লে— ডেড্ বডি পোষ্ট মৰ্টেমৰ কাৰণে পঠিয়াই দিয়া হ'ল যেতিয়া সেইবোৰ ওলাই যাব।

সপোনে লাহেকৈ পুলিচ অফিচাৰ এজনক মাতি ক'লে— গোস্বামী লীয়াৰ লগত তাৰ গোপন সম্পৰ্ক আছিল, সেই কাৰণে সিয়ে মাৰিছে। কিয়নো দেউতাক যোৱাৰ পিছতে লীয়া ইমান জোৰ কৰাৰ পিছতো তাই মোৰ লগতে নাথাকি মোৰ কথাক কথা বুলি নাভাবি ইয়ালৈ গুচি আহিল। মই যেতিয়াই ইয়ালৈ আহো তাই তেতিয়াই কিবা এটা অজুহাত উলিয়াই তৰ্কা-তৰ্কি কৰাত লাগি যায়। যাতে মই পৰাপক্ষত ইয়ালৈ নাহো।

খঙত উত্ৰাবল হৈ ক'লে- ছাব ই সাংঘাতিক ফাঁকি কথা কৈছে— ঐ সপোন এই চুপ থাক বুলি চিএৰ মাৰোঁতে পুলিচ অফিচাৰজনে ৰোহিতক ধমকি দিলে।

'ৰ এওঁক কথাখিনি ক'বলৈ দে।' তেতিয়া আকৌ সপোনে পুলিচৰ আগত

ক'বলৈ ধৰিলে- আচলতে লীয়া আত্মহত্যা কৰাৰ আগ ৰাতি মই লীয়াৰ ওচৰলৈ বুলি খৰ-ধৰকৈ আহোঁতে হঠাতে দেখিলো ৰোহিতে লীয়াক গবা মাৰি ধৰিছে। মই অহা গম পাই সিহঁত সজাগ হ'ল। কিন্তু মই জানো সেইবোৰ কথা উৰুৱাই দিব পাৰিম। কাৰণ মই নিজেই যিটোৰ সাক্ষী। সেয়ে মই লীয়াক এইষাৰ কথা খঙেৰে সোধোতে তাই আৰু মোৰ মাজত বিভিন্ন তৰ্ক-বিতৰ্ক হয়। লীয়াৰ বেয়া চৰিত্ৰৰ বিষয়ে মই সকলোকে জনাই দিম বুলি কৈছিলো। যিটো মই কিজানি তাইক ক'ব নালাগিছিল। যিটো কাৰণে সমাজে জানিব বুলি তাই লাজতে আত্মহত্যা কৰিলে।

ৰোহিতে পুলিচক ক'লে- ছাৰ মই এইবোৰ ফাঁকি কথা শুনি থাকিব নোৱাৰো। সি লীয়াৰ নিচিনা সৰল ছোৱালী এজনীৰ চৰিত্ৰত চেকা লগাইছে। ছাৰ তাক এৰেষ্ট কৰক। আচল হত্যাকাৰী সিয়েই।

ৰোহিতৰ দপ্‌দপনি দেখি পুলিচে ৰোহিতক লগত লৈ গ'ল। থানাত নি পাৰে মানে জেৰা কৰিলে। থানাৰ অ' চি গোস্বামী এজন ধনী ব্যৱসায়ীৰ পুতেক। দেউতাকৰ নাম আছিল ক্ষীৰোদ গোস্বামী। ক্ষীৰোদ গোস্বামী আৰু প্ৰশান্ত দুৱৰা ডেকা কালৰে বন্ধু। সেয়ে প্ৰশান্ত দুৱৰাই অ' চিৰ দেউতাক ক্ষীৰোদ গোস্বামীলৈ কেইবাবাৰো ফোন কৰিলে। যাতে সপোন কোনোপধ্যেই বিপদত নপৰে। সেয়ে অ' চি গোস্বামীয়ে যেনে-তেনে ৰোহিতকে মানুহৰ আগত দোষী বুলি দেখুৱাবলৈ এৰেষ্ট কৰি থানালৈ লৈ গ'ল। কিয়নো চকুৰ আগত মানুহে যিটো দেখে সেইটোৱেই সঁচা বুলি ভাবে। পাছত আৰু মানুহে খুচৰিবলৈ নাযায়।

অ' চি গোস্বামীয়ে থানাত ৰোহিতক বিভিন্ন প্ৰকাৰে আৰু বিভিন্ন কথাৰে জেৰা কৰিলে। কিন্তু ৰোহিতে কেৱল সপোন আৰু লীয়াৰ মাজত থকা কাজিয়াৰ কথাকে কৈ থাকিল।

গোস্বামীয়ে ৰোহিতক টানকৈ ক'লে- তোক সেইবোৰ আলতু-ফালতু বকি থাকিবলৈ অনা নাই। তোৰ আৰু লীয়াৰ মাজত কি সম্বন্ধ আছিল সেইটো ক।

ৰোহিতৰো খুব খং উঠিল সি খঙেৰেই ক'লে- কেনেকুৱা সম্বন্ধ থাকিব লাগিব তেনেহ'লে। মই যি কৈছো বাৰে বাৰে সেইটোৱেই ককায়েক আৰু ভনীয়েক। তেনেহ'লে সপোন আৰু লীয়াৰ কাজিয়াখন লাগোতে তই ভাঙিবলৈ যোৱা নাছিলি কেলেই। কেনেকৈ এহাল গিৰিয়েক-ঘৈণীয়েকৰ কাজিয়াত সোমাও। তাতে নতুন বিয়া হোৱা। সপোনো বৰ অহংকাৰী। মই মাত মাতিলে

সপোনে কিজানি মোক কি কৰিব ঠিক নাই। তথাপিও মই আজি আকৌ কাজিয়া লাগিলে মীমাংসা কৰিম বুলি চিন্তা কৰিছিলো। তাৰ পাছতে লীয়া ১২ টালৈকে নুঠা দেখি চাবলৈ গৈছে লীয়াৰ ওলমি থকা দেহটো দেখিবলৈ পালো।

গোস্বামীয়ে জোৰে চিঞৰিলে- চুপ, ফাঁকি কথা কৈ কৈ জিভা বাঢ়ি গৈছে। বুলি নানা ধৰণৰ শাস্তি দি থাকোঁতেই সেই সময়তে ডি এছ পি আহি পালেহি।

ডি এছ পিয়ে সুধিলে- গোস্বামী প'ষ্ট মৰ্টেমৰ ৰিপোৰ্টটো আহিল নেকি? যদি অহা নাই তাক মিছাতে শাস্তি দি একো লাভ নাই। ৰিপ'ৰ্টটো অহাৰ পাছত শাস্তি দিব। মিছাতে তাৰ ওপৰত অত্যাচাৰ কৰি কি লাভ।

হঠাতে ডি এছ পিৰ মুখখন চকুত পৰাৰ লগে লগে ৰোহিতৰ বুকু কঁপি গ'ল। ৰোহিতে ভাবিলে এয়া মই কি দেখিছো। এয়া দেখোন বালিজান চাহ বাগিচাৰ ওচৰৰ থান্নাখনৰ অ' চি হেমন্ত বৰঠাকুৰ। এওঁ কাশ্যপৰ বন্ধু আছিল। এওঁ দেখাত প্ৰায় একেই আছে। তেওঁ মোক চিনি পোৱা নাই। কাৰণ তেওঁ মোক সৰুতেই দেখা। এতিয়ালৈ মোৰ কিমান পৰিবৰ্তন। তেওঁ বাৰু মোক কেনেকৈ চিনি পাব? তথাপিও কেনেবাকৈ গম পাব লাগিলে মই ৰোহিতেই তাহানিৰ বিদ্ৰূপ বুলি তেওঁ কিন্তু মোক কাশ্যপৰ হত্যাকাৰী বুলি কেতিয়াও সহজে এৰি নিদিয়ে। কিয় জানো তাৰ অতীতে আজি তাক পাছে পাছে খেদি আহিছে। বালিজান চাহ বাগিচাত ঘটা এটা এটা ঘটনা তাৰ তন্ন তন্নকৈ মনলৈ আহি থাকিল। অতীতৰ ঘটনাই যেন তাৰ বৰ্তমান জীৱনত বেয়াকৈ প্ৰভাৱ পেলাব। তাৰ মনটো বৰ ভয় ভয় লাগিল। তাৰ অতীত জীৱনটোলৈ সি এবাৰ ঘূৰি চালে তাৰ এনেকুৱা লাগে, সি যেন সি নহয়। আন কোনোবাহে।

এনেতে ডি এছ পি হেমন্ত বৰঠাকুৰে ক'লে— বুজিছে গোস্বামী, এদিন নহয় এদিন দোষী ওলায়েই। হত্যা কেতিয়াও লুকাই নাথাকে। অপৰাধ এটা কৰি কোনো সাৰি যাব নোৱাৰে। কিন্তু সত্য উদ্‌ঘাটন কৰিবলৈ গৈ বহু সময়ত নিৰপৰাধী মানুহক শাস্তি দিয়া দেখা যায়। যিটোৰ কাৰণে পুলিচ আজি ঠায়ে ঠায়ে বদনামী হ'ব লগা হৈছে। মই কিন্তু এইবোৰ ঘোৰ বিৰোধিতা কৰো। তাতে আকৌ কিছুমানে মোটা অংকৰ ধন লৈ গোটেই কেচটোকে ওলট-পালট কৰি দিয়ে। সেইটোও একেবাৰে জঘন্য কাম।

গোস্বামীয়ে হয় ছাৰ, হয় ছাৰ কৰি সকলো কথা মনে মনে শুনি থাকিল।

বুজিছে গোস্বামী, মই মোৰ জীৱনত সৰহ ভাগ ঘটনাৰ মূল নায়ক বা

মূল খলীটো বিচাৰি উলিয়াবলৈ সক্ষম হৈছিলো। মাত্ৰ এটাতেই মই হাৰ মানি। বালিজান চাহ বাগিচাৰ মালিকৰ হত্যাকাৰীক মই আজিও বিচাৰি উলিয়াব নোৱাৰিলো। মোৰ এনেকুৱা লাগে সেইটো ঘটনাৰ মূল নায়কক মই এদিন নহয় এদিন বিচাৰি পামেই । কিন্তু গোস্বামী সেইটো আচলতে মোৰ মনৰ এটা ভ্ৰান্ত ধাৰণাহে। কেতিয়াবা কেতিয়াবা সেই ঘটনাটো মোৰ মনত পৰে কি কাৰণে মই সেই ক্ৰিমিনেলক ধৰা পেলাব নোৱাৰিলো। অৱশ্যে সেইটো ভাবি থকাটো মোৰ ভুল। কাৰণ ২৬-২৭ বছৰ হৈ যোৱাৰ পাছত কোনোবাই নিজে আহি ধৰা দিলেহে হ'ব। ডি এছ পিয়ে ক'লে গোস্বামী মই যাওঁ। ছাৰ্কিট হাউছলৈ মিনিষ্টাৰ আহিব নহয়, যো-জা কৰোগে। হয় ছাৰ। ডি এছ পিয়ে ৰোহিতৰ ফলে চাই গুচি গ'ল।

পাছদিনা ৰাতিপুৱা পোষ্টমৰ্টেমৰ ৰিপৰ্ট আহিল। ৰিপৰ্ট অনুসৰি লীয়াই আত্মহত্যা কৰিছে। গতিকে ৰোহিতক থানাৰ পৰা উলিয়াই দিলে। ৰোহিতক মুকলি কৰি দিয়া কথাটো সপোনে অকণো সহ্য কৰিব নোৱাৰিলে। সেয়ে অ' চি গোস্বামীলৈ ফোন কৰিলে—

গোস্বামী, ৰোহিতক ইমান সোনকালে কিয় এৰি দিলে।

গোস্বামীয়ে ক'লে- 'চাওক দুৰৰা একো প্ৰমাণ নোহোৱাকৈ তাক এনেয়ে থানাত কেনেকৈ ভৰাই ৰাখো। সেয়ে ৰোহিতক মুকলি কৰি দিবলৈ মই বাধ্য।'

সপোনৰ পেটে পেটে বৰ খং উঠিল। গোস্বামীও যে এজন মানুহ। ইমান সোনকালে ৰোহিতক উলিয়াই দিলে। কিবাকিবি গুজৰ আপত্তি উলিয়াই তাক থানাত ৰাখিব পাৰিলেহেঁতেন।

ইফালে খবৰটো পায় মহন্ত আৰু তেওঁৰ ভনীয়েক গুজৰাটৰ পৰা আহি পালেহি। মহন্তই জীয়েকৰ শব্দহীন দেহাটো দেখি কঠৰ হৈ পৰিল। মহন্তই সপোনক লীয়াৰ শেষ কৃত্য সমাপন কৰিবলৈ নিদিলে। মহন্তৰ অনুমান লীয়াৰ মৃত্যুৰ কাৰণ সপোনেই। মহন্ত আৰু ৰোহিতে লীয়াৰ অন্ত্যেষ্টিক্ৰিয়া সমাপন কৰি দুয়ো আমন-জীমনকৈ নিৰৱ হৈ বহি থাকিল। মাজে মাজে মহন্তই জীয়েকৰ কথা মনত পৰি হুক-হুকাই কান্দি উঠে। মাজে মাজে ৰোহিতক মহন্তই কৈ থাকে ৰোহিত মই জীৱনত কি ইমান ডাঙৰ পাপ কৰিছিলো যিটো কাৰণে ঈশ্বৰে মোক ইমান ডাঙৰ শাস্তি দিলে।

ৰোহিতে ক'লে- ছাৰ ঈশ্বৰে দিয়া নাই। কাৰণ লীয়াৰ নিচিনা ইমান সৰল

অপৰাধী আৰু আপোনাৰ নিচিনা দেৱত্ৰ ৰূপী মানুহক ঈশ্বৰে কেতিয়াও শান্তি নিদিয়ে। এইবোৰ অসুৰৰূপী মানুহৰ কাণ্ড।

মহন্তই ক'লে ৰোহিত মই লীযাক যি ধৰণে ডাঙৰ কৰিছিলো তেনেকৈ কিজানি কোনোৱা পিতৃয়ে কন্যাটো পাছৰে কথা কোনো মাতৃয়েও কিজানি ইমান কষ্ট কৰা নাই। যি কাৰণে তাই কোনোদিন মাকৰ শূন্যতা উপলব্ধিয়েই কৰিব নোৱাৰিলে। মোৰ জীৱনটোৰ সকলো কষ্ট অথলে গ'ল ৰোহিত।

মহন্তৰ কান্দোন দেখি ৰোহিতৰ বুকু ফাটি গ'ল। সি বহু ধৈৰ্য ধৰি মহন্তৰ কথাবোৰ শুনি থাকিল।

মহন্তই ক'লে ৰোহিত মোৰ মনটোৱে শান্তি নাপালে কাৰণ সপোনেই যে আচল অপৰাধী সেইটো কোনেও গম নাপালে আৰু সি কোনো শাস্তিও নাপালে। সি ইমান ডাঙৰ অপৰাধী হৈও আজি সমাজত আনন্দ মনে টিঘিল পিলাই ফুৰিছে সেয়ে মোৰ মনত ডাঙৰ দুখ থাকি গ'ল ৰোহিত। মই মৰণৰ সময়তো কিজানি শান্তিৰে মৰিব নোৱাৰিম। কিয় সপোনে তাইক এনেকুৱা দশা কৰিলে। যি কাৰণে তাই মৃত্যুক সাৱটি ল'ব লগা হ'ল।

ৰোহিতে মহন্তক বুজনি দি ক'লে ছাৰ সকলো ধৈৰ্যৰে চাই থাকক। আপুনি যেনেকৈ আপোনাৰ একমাত্ৰ ছোৱালীক হেৰুৱালে তেনেকৈ এদিন প্ৰশান্ত দুৱৰাও একমাত্ৰ পুতেক সপোনকো হেৰুৱাব লাগিব। কাৰণ আচল দোষী প্ৰশান্ত দুৱৰাহে। তেওঁৰ চৰিত্ৰহীন পুতেকলৈ লীযাক ইমান জোৰকৈ কিয় নিব লাগে। অ' সমাজত নিজৰ গৌৰৱ বজাই ৰাখিবলৈ। জানে ছাৰ, সপোনৰ কেতিয়াবাৰে পৰা কৰবী নামৰ ছোৱালী এজনীৰ লগত গণ্ডগোল আছিল বুলি শুনিছো। নাৰ্ছিং হ'মৰ লগতে থকা লেব'ৰেটৰীটোৰ ওচৰৰ চাহ দোকানখনৰ দোকানীটোৱে কৈছে। সি মোৰ লগত পঢ়া নীলিমৰ ককায়েক। মই সপোনৰ নাৰ্ছিং হোমখনৰ ফালে যাওঁতে তাতে চাহ খাবলৈ সোমাইছিলো। তেতিয়া নীলিমৰ ককায়েকে ভোৰ ভোৰাই কিবা কিবি বকি আছিল। দিনৰ দিনটো ডাক্তৰ, নাৰ্ছৰ পৰা কৰ্মচাৰীসকলে চাহ খাই কাৰো ওজৰ আপত্তি নাই কিন্তু ৰাতি হ'লে এই কৰবীজনী আহি ক'ত আপত্তি দৰ্শাব। মোৰ দোকানৰ কামলাকেইটাই তাইক চাহ দিবলৈ যাবলৈ টানেই পায়। সেইজনী প্ৰশান্ত দুৱৰাৰ পুতেকৰ লগত খেলা কৰোঁতেই গ'ল। শুনিছো ডাক্তৰৰ হেনো বৈণীয়েকে আত্মহত্যা কৰিলে। নকৰিবনো কেলেই। বেচেৰীয়ে মিছাতে সপোন ডাক্তৰৰ জালত পৰিলে জ্বলা-যন্ত্ৰণা ভুগিব লগা হ'ল। এইবোৰ কথা নীলিমৰ ককায়েকে

বেলেগ এজনৰ আগত কৈ আছিল।

সেইবোৰ শুনি মই চাহৰ টেবুলৰ পৰা উঠি গৈ তেওঁলোকৰ ওচৰত বহিলোগৈ। তেওঁক মই আগৰে পৰা চিনি পাওঁ। সেয়ে মোক দেখাৰ লগে লগে মুৰটো দুপিয়াই ভালনে বুলি সুধি আকৌ তেওঁৰ লগৰজনৰ লগত কথা পাতিব লাগিল। যেতিয়া মই এই কথাটো শুনিলোঁ বেছি গুৰুত্ব দিলো। লগতে এজনী কোন ছোৱালী। ডাক্তৰৰ লগত তাইৰ সম্বন্ধ কি ইত্যাদিবোৰ পেঁচেনিয়াই পেঁচেনিয়াই সুধিবলৈ ল'লো।

তেতিয়া দুয়োজনেই সেইটো কথাৰ পৰা ফালৰি কাটি বেলেগ কথা উলিয়াবলৈ ধৰিলে। সিহঁতে বুজি পালে সেইবোৰ কথা পাতিবলৈ গ'লে সিহঁতৰ বিপদ আছে। কিয়নো কোনোবাই গম পালে সিহঁতক সাক্ষী হিচাপে ব্যৱহাৰ কৰিব পাৰে। বুজিছে ছাৰ সিহঁতে কথা বন্ধ কৰা দেখি ময়ো চাহ একাপ খাই গুচি আহিলো। মই আজিকালি সিহঁতৰ তালৈ গধূলি সদায় যাওঁ।

মোৰ এটা অনুমান হৈছে— সেই চাহৰ হোটেলখনত বহি থাকিলেই সপোনৰ সকলো কুকৰ্মৰ কথা গম পাম। তাতে দোকানখনৰ ভিতৰত বহি থাকিলেই সপোনৰ নাৰ্ছিং হোমখনৰ কোন ক'লৈ গৈছে সকলো গম পাই থাকে। মই সেই হোটেলখনত বহি বহিয়ে সপোনৰ ৰহস্য উদ্‌ঘাটন কৰিব পাৰিম। যেতিয়া সকলো ৰহস্য উদঘাটন হ'ব তেতিয়া আমি সপোনৰ বিৰুদ্ধে থিয় দিব পাৰিম। অৰ্থাৎ কেচ কৰিব পাৰিম। সিহঁতৰ ওপৰলৈকে হাত আছে সেইটো কথা মই থানাত থাকোঁতেই গম পালো। মহন্তই নিৰবে কথাখিনি শুনি থাকিল।

লীয়া আৰু সপোনৰ মাজত প্ৰায়ে সংঘটিত হোৱা কাজিয়াবোৰৰ কথা ক'বলৈ ৰোহিতৰ মন গ'ল যদিও কোনোমতে সেইবোৰ কথা সি অন্তৰতে লুকুৱাই ৰাখিলে।

সি ভাবিলে এনেয়ে ভাণ্ডি পৰা মানুহজনক এইবোৰ কৈ আৰু ভাণ্ডি পেলাব নোৱাৰি। কাৰণ ক'লোৱেই যেনিবা ছাৰে জানো সপোনৰ বিৰুদ্ধে লাগিব পাৰিব।

মহন্তই এবাৰ হুমুনিয়াহ কাঢ়ি ক'লে- বুজিছা ৰোহিত, জীৱনটোত মই বৰ বেয়া ধৰণেৰে হাৰ মানিলো। সপোনৰ এই বিয়াত মত নাছিল বুলি লীয়াই ঠিকেই ধৰিছিল। মই নিজৰ বুকুত নিজে কুঠাৰ মৰাৰ দৰে হ'ল।

এনেতে পিতাঘৰে মাত লগালে- ছাৰ যাওঁ। মহন্তই লাহেকৈ মুখ

দুপিয়ালে। 'পিতাম্বৰে ৰোহিতক মাতিলে ৰোহিত দা অলপ আহকচোন।

পিতাম্বৰে ক'লে চাওক ৰোহিত দা, ছাৰে মোক যিখিনি জীৱনটোত কৰি থৈছে মই সেইখিনি কেতিয়াও পাহৰিব নোৱাৰো। বিয়া-বাৰু ছাৰেই পাতি দিছে। যদি ৰোহিত দা আপোনালোকে বেয়া নাপায় মই আৰু মালতী ইয়াতে থাকি যাব বিচাৰিছো। নহ'লে ছাৰ বৰ অকলশৰীয়া হৈ গৈছে। সেয়ে অকলশৰীয়া সময়ত আমি সহায় নকৰিলে ছাৰে মনত বৰ কষ্ট পাব। চাওঁক ৰোহিত দা তোমাৰ দৰেকৈতো আমি ছাৰক আৰু একো সহায় কৰিব নোৱাৰো।

তোমাৰ এইযাৰ কথা শুনি ছাৰে বৰ ভাল পাব। বলা একেবাৰে ছাৰকে কোৱাগৈ।

পিতাম্বৰৰ মুখত কথাষাৰ শুনি মহন্তই হুক-হুকাই কান্দি কান্দি ক'লে- ৰোহিত মই এতিয়াও অকলশৰীয়া হোৱা নাই। মোৰ হকে ভাবিবলৈ, এই পৃথিৱীত মোৰ আপোন বুলিবলৈ আছে। ইমান মনৰ দুখত মই এইযাৰ কথা শুনিবলৈ পাই বৰ সকাহ পাইছো।

পিতাম্বৰ, মালতীক মোৰ ওচৰলৈকে মাতি দে।

মালতী আহি মহন্তৰ ওচৰত থিয় হ'ল।

মহন্তই ক'লে আই, পিতাম্বৰে তয়ে ইয়াত থাকিলে তহঁতৰ একো অসুবিধা নহয়তো।

'নহয় ছাৰ একো অসুবিধা নহয়। আপোনাক শুশ্ৰূষা কৰিবলৈ পালে আমি নিজকে বৰ ভাগ্যৱান বুলি ভাবিম।'

হ'ব দে মা, ৰোহিতকে ধৰি এই পৃথিৱীত নিজৰ বুলিবলৈ এতিয়াও মোৰ তাৰ মানে তিনিটা ল'ৰা-ছোৱালী আছে। পিতাম্বৰহঁতৰ চিন্তাধাৰা ৰোহিতৰো বৰ ভাল লাগিল। অন্ততঃ বিপদৰ সময়ত সিহঁতি ছাৰক নেৰিলে। সিহঁত ইয়াতে থাকি গ'লে তাৰ মূৰৰ পৰাও বহুখিনি বোজা আঁতৰিব। নহ'লে সি এখন্তেকো ছাৰক এৰিব নোৱাৰে। বিপদৰ সময়ত লগ দিয়া মানুহ পৃথিৱীত বৰ তাকৰ। নহ'লে মহন্ত ছাৰে কিমানক পঢ়ুৱালে, কামত ভৰাই মানুহ কৰিলে। কিন্তু সেইবোৰৰ এজনেও ছাৰক খবৰ ল'বলৈও সময় নাপালে। মালতীক যে ছাৰে কিমান ভাল পাব নিজৰ জীয়েক নিচিনাই মৰম কৰিব। মালতী বৰ ভাল ছোৱালী। তাতে পিতাম্বৰকো ছাৰে খুব ভাল পায়। সিও বৰ ঠাণ্ডা।

ৰোহিতে ভাবিলে এতিয়া অন্তত মই মোৰ কাম নিশ্চিন্ত মনে সমাপন

কৰিব পাৰিম। এনেকৈয়ে দুদিনমান পাৰ হ'ল। যেতিয়াই ৰোহিতে মহন্তৰ ওচৰত বহে। তেতিয়াই মহন্তই চকুলো মচি মচি কয়—

ৰোহিত, মই লীয়াক নিজে মৰা নিচিনাই হ'ল। মই যেন জোৰ কৰি তাইক মৰিবলৈ পিশাচটোৰ ওচৰতহে ঠেলি দিছিলো। ৰোহিত, মই আজি নিজৰ ওচৰতেই নিজে দোষী। ৰোহিত মই কথাবাৰ ভাবি ভাবি শান্তি পোৱা নাই। দোষীক শাস্তি বিহিব পৰা হ'লে মই শান্তি পালোঁহেঁতেন। ৰোহিত বোপাই, মই সকলোতে হাৰিলো।

ছাৰ ধৈৰ্য ধৰক এতিয়াও বহু সময় আছে। আপুনি চাই থাকক ছাৰ, হতাশ নহ'ব।

মহন্তই ক'লে- ৰোহিত মই বহি বহি হতাশ নহৈ আৰু কি কৰিম। কেচ দিম বুলি ভাবিলো কিন্তু কেনেকৈ দিম, কি হিচাপে দিম, তাকে ভাবি পোৱা নাই। বেছি দেৰি হৈ গ'লে কথাটোও ঢিলা হৈ যাব।

ছাৰ আপুনি একেবাৰে চিন্তা নকৰিব। আপুনি নিশ্চিন্তমনে থাকক। আপুনি সকলো চকুৰ আগত দেখিবলৈ পাব। তাৰ বিচাৰ হ'বই।

তাৰ মানে ৰোহিত তই সপোনৰ লগত গণ্ডগোল থকা ছোৱালীজনীৰ খা-খবৰ লৈ লাহে ধীৰে কেচখন দিব বিচাৰিছ নেকি?

হয়, তেনেকুৱাই বুলি ধৰকচোন।

ৰোহিতে যেতিয়াই অকলশৰে থাকে তেতিয়াই লীয়াৰ হাঁহি থকা মুখখনলৈ মনত পৰে। লগতে সপোন আৰু লীয়াৰ মাজত হোৱা কাজিয়াবোৰলৈ মনত পৰে। সপোনে লীয়াৰ লগত ৰোহিতৰ বেয়া সম্বন্ধ থকা বুলি কোৱা কথাবাৰে বাৰেপতি তাক খাই মাৰে। কিয়নো সি লীয়াক নিজৰ ভনীয়েক বুলি জ্ঞান কৰাৰ পিছতো কি হিচাপে সপোনে ইমান ডাঙৰ বদনাম এটা তাক জাপি দিলে। সি নিজৰ স্বাৰ্থৰ কাৰণে যিকোনো কাম কৰিব পাৰে। সি নিজৰ স্বাৰ্থৰ কাৰণেইতো আজি লীয়াক মৰিবলৈ বাধ্য কৰালে। মোৰ লগত লীয়াৰ বেয়া সম্বন্ধ থকা বুলি ক'বলৈ অকণো লাজ নকৰিলে, অকণো ভয় নকৰিলে। নিজৰ স্বাৰ্থৰ কাৰণে সি কিমান ধুনীয়া কাঁকি কথা ক'ব পাৰে। তাৰ অন্তৰ বোলা বস্তু একেবাৰেই নাই। সি বৰ কঠুৱা। কাশ্যপৰ অন্তৰেই তাৰ অন্তৰ। সি কাশ্যপতকৈও এশগুণ বেয়াহে। তাৰ মাত-কথা সকলো কঠুৱা। সি বাৰে বাৰে এইটোও ভাবিলে লীয়া আৰু সপোনৰ কাজিয়াত সোমাই দিয়া হ'লে আজি সি লীয়াৰ আত্মহত্যাক চকুৰে চাব লগা নহ'লহেঁতেন। গিৰিয়েক-ঘৈণীয়েকৰ

কাজিয়া কিনো সোমাম বুলি নাভাবি যদি কাজিয়াৰ ভাগ ল'লেহেঁতেন, তেতিয়াহ'লে লীয়াই এনেকুৱা এটা মৃত্যুক আঁকোৱালি ল'ব লগা নহ'লহেঁতেন। তাই চিন্তা আৰু লাজত মগজুৰ ভাৰসাম্য হেৰুৱাই নিশ্চয় এনেকুৱা কাম কৰিবলৈ বাধ্য হ'ল। কিয় জানো এই কথাষাৰ মনলৈ অহাৰ লগে লগে তাৰ নিজকে বৰ দোষী দোষী যেন লাগে। সি যেন জীৱনত এইটো এটা ডাঙৰ ভুল কাম কৰিলে। সেইবোৰ চিন্তা আৰু মহন্তৰ দুখলগা মুখখন তাৰ বাৰে বাৰে মনলৈ আহি থাকে। সেয়ে সি ৰাতি বিছনাত পৰাৰ লগে লগে এইবোৰ কথা ভাবি বিছনাত ছট-ফটাই থাকোঁতেই যায়। দিনত সি টোপনি যাবলৈ চেষ্টা কৰে, নাই একেই অৱস্থা। কাৰণ সি এৰি অহা ভয়ানক অতীতটোৱে তাক মনত বাৰে বাৰে খুন্দা মাৰে। যিটো কাৰণে সি লীয়াৰ মৃত্যু আৰু মহন্তৰ দুখ সহজকৈ ল'ব পৰা নাই। সেয়ে সি এইবোৰ ভাবি কি কৰিব, কি নকৰিব চিন্তা কৰি পাৰ পোৱা নাই। লীয়া আৰু মহন্ত তাৰ তেজৰ সম্বন্ধতকৈও বহু বেছি আপোন বুলি সি ভাবে। সেয়ে সি সিহঁতৰ দুখ চাই থকাটো বৰ কষ্টকৰ হৈ পৰিছে। এইবোৰ ভাবি ভাবি সি ঘড়ীটোলৈ চালে। তেতিয়া দিনৰ তিনিটা বাজিছে। সি বিছনাৰ পৰা উঠি তাৰ বাকচটো খুলি ডায়েৰীখনৰ বাকী থকা পাতকেইটা লিখিলে। সেইখন সি টেবুলৰ ড্ৰয়াৰটোত ৰাখিলে। কোনোদিন সি সেইখন ডায়েৰী দিনতে নুলিয়াই। ভাত পানী খাই ৰাতিয়েই ডায়েৰী লিখি বাকচটোত সুমুৱাই থয়। কিন্তু সেই দিনা দুপৰীয়া সি ডায়েৰীখনৰ খালী থকা পাত দুখন লিখি শেষ কৰিলে। লিখা কথাখিনি এবাৰ ওপৰে ওপৰে চকু ফুৰালে। ঠিকেই আছে। ডায়েৰীখন সি প্লাষ্টিকৰ ঠোঙা এটাত মেৰিয়াই, ৰঙা চেক্‌চেক্ দিয়া চোলা আৰু ক'লা ৰং পেণ্টটো পিন্ধি ল'লে। এইযোৰ সাজে তাক বৰ ধুনীয়া দেখে। তাতে সি দেখিবলৈ বৰ ধুনীয়া স্বাস্থ্যৰ। এইযোৰ পোছাক তাৰ বৰ মৰমৰ। সকলোৱে ভাল দেখে কাৰণে বোধহয় সি ওলাই মেলি ভাবিলে আজি যেনে তেনে সপোনক লগ ধৰিব লাগিবই। সেয়ে খৰধৰকৈ ওলাই যাওঁতেই বাৰান্দাতে বহি থকা মহন্তক দেখি সি উচপ খাই উঠিল।

সি ভাবিছিল খৰধৰকৈ ওলাই কাকো মাত নিদিয়াকৈ গুচি আহিব, কিন্তু নোৱাৰিলে। মহন্তই মূৰ দাঙি ৰোহিতৰ ফালে চালে আৰু সুধিলে-

ৰোহিত ক'ত যাব?

*আজি ছাৰ মই নাহিবও পাৰো কাৰণ দীপেনে মোক সিহঁতৰ লেব ৰেটৰীটোত এটা নতুন মেচিন আনিছে তাক চাবলৈ মাতিছে। সেয়ে মই*

আহোঁতে দেৰী হ'লে আপুনি নিজেই নাৰ্ভৰ টেবলেটটো খাই ল'ব।

ছাৰ, সোনকালে শুই থাকিব, মোৰ কাৰণে আকৌ অপেক্ষা কৰি নাথাকিব।

মহন্তই ক'লে- হ'ব যা, দিন-কাল ভাল নহয় দেৰি হ'লে তাতে থাকিবি নিছাৰে ৰাতিখন আহিব নালাগে।

ৰোহিতে মনে মনে মহন্তক মূৰ দুপিয়াই প্ৰণাম কৰিলে। আৰু অন্তৰতে ভাবিলে ছাৰ, মোৰ পুনৰ জীৱনদাতা তোমাৰ ঋণো ধাৰ মই কাহানিবা সুজিব পাৰিম।

ছাৰ যাওঁ বুলি কৈ সি গেটখন খুলি ওলাই গ'ল। ওলায়ে সি সপোনৰ নাৰ্ছিং হোমৰ চকীদাৰজনক সুধিলে সপোন আছেনে?

নাই চাহেব আমাৰ সপোন ছাৰ সাতটামান বজাতহে ইয়ালৈ আহে। আপোনাৰ কিবা কাম আছিল নেকি ছাৰৰ লগত?

হয়, বৰ দৰকাৰ আছিল। তোমালোকৰ ছাৰ আৰু মই একেলগে পঢ়া। সেয়ে সপোন আহিলে ক'বা হাইস্কুলত একেলগে পঢ়া বন্ধু মনোজ আহিছিল।

হ'ব বাৰু ক'ম বুলি চকীদাৰজনে মূৰ জোঁকাৰিলে। 'মই আকৌ সাতটামান বজাত আহিম' বুলি কৈ ৰোহিত নাৰ্ছিং হোমৰ সন্মুখৰ পৰা উভতিল।

ৰোহিতে ভাবিলে ঘৰলৈ ঘূৰি যোৱাতকৈ ওচৰ-পাজৰে ঘূৰি থকাই ভাল হ'ব। এনেকৈয়ে সি নাৰ্ছিং হ'মৰ আগৰ ৰাস্তাটোৰেদি খোজকাঢ়ি গৈ থাকিল। সি আগেয়ে এই ৰাস্তাটোৰেদি অহা নাই। অলপ দূৰ গৈ সি আচৰিত হ'ল। যিটো ষ্টেচনত সি ল'ৰালি কালত ঘোঁৰা গাড়ীৰ পৰা নামি ৰে'লত উঠি গুচি যাব লৈছিল আজি সি সেইটো ষ্টেচনেই পালে। ঘোঁৰা চালকজনে কিন্তু তাক ৰে'লত যাবলৈ নিদি নিজৰ ঘৰলৈ লৈ গৈছিল। এতিয়া সেই দেচোৱালীজন বা ক'লৈ গ'ল। ঘোঁৰা চালক থকা জুপুৰী বস্তিখিনিৰ চিন চাবেই নাইকীয়া হ'ল। সেইখিনি ঠাইত এখন প্ৰকাণ্ড তিনিমহলীয়া হোটেল হ'ল। সেইখিনি ঠাইৰ ইমানবোৰ মানুহবোৰ বা ক'লৈ গ'ল। সেইবোৰ মানুহ ছাগে মৰি সিজি হাড়ত বন গজিব পায় আৰু জীয়াই আছে যদিও কোনোবা বাৰ্দ্ধক্যৰ কৰাল গ্ৰাসত কেলেপ কেলেপকৈ জীয়াই থাকিব পায়। এই ৰে'ল ষ্টেচনটোৱে তাৰ অতীতটোক আজি তাৰ মনৰ মাজলৈ ঘূৰাই আনিলে।

তৎক্ষণাত তাৰ মনত পৰিল ছাৰ্টৰ তলত থকা ডায়েৰীখনলৈ। সেয়ে সি

এবাৰ হাত ফুৰাই চালে ডায়েৰীখন সযতনে আছেনে নাই। সেইখন লৈ তাৰ বৰ অসুবিধা হ'ল। আচলতে সি ডায়েৰীখন কমত থৈ আহিব লাগিছিল। মিছাতে সেইখন কঢ়িয়াই ফুৰোঁতে বাটত হেৰাই বুলিহে ভয়। সেইখন হেৰালে তাৰ জীৱনৰ সকলো কষ্ট অথলে যাব। সেইখন পঢ়ি বা মানুহে তাৰ ওপৰত কি কি মন্তব্য দাঙি ধৰে। দোষী বুলি বিবেচনা কৰেনে নে নির্দোষী বুলি! মানুহে দিয়েই ভাৱক-নাভাৱক সি তাৰ কাম কৰিবই। কোনোবা মানুহে এবাৰলৈও ভাবি চাইনে কেতিয়া কি পৰিস্থিতিত কাৰোবাৰ জীৱন তিক্ত হয়। কিয় মানুহ বিদ্ৰোহী হয়। কিয় মানুহে কাৰোবাক প্ৰতিশোধ লয়? পাপ কৰ্ম কৰাসকলে এবাৰ ভাবি চাব লাগে তাৰ জীৱনৰ ক্ষণমান আনন্দই সমাজত মোৰ দৰে বিষধৰ পুলি সৃষ্টি কৰে। পাপীক নিধন কৰি পাপেই আৰ্জিলো। জন্মৰে পৰা যি দেখিলো, যি কৰিলো সেইবোৰেই মোৰ জীৱনত প্ৰভাৱ পেলালে। সপোনে খণ্ডেকতে মোহাৰি পেলোৱা লীয়াৰ জীৱনটো মোৰ কাৰণে অসহ্যকৰ। ল'ৰালি কালত মই যেনেকুৱা স্বাৰ্থপৰ-অহংকাৰী মানুহ লগ পাইছিলো, আজি ৩২ বছৰ বয়সতো মই একেই মানুহ লগ পাইছো— যি নিজৰ স্বাৰ্থৰ কাৰণে আনক পৃথিৱীত জীয়াই থকাৰ পৰা বঞ্চিত কৰে- যেনেদৰে কাশ্যপে মোৰ মা আৰু সপোনে মৰমৰ ভনী লীয়াক জীয়াই থাকিবলৈ নিদিলে। এইবোৰ চিন্তাই তাৰ মনটো উত্তপ্ত কৰি তুলিলে। শৰীৰৰ প্ৰতি টোপাল তেজ তাৰ দ্ৰুতগতিত ব'বলৈ ধৰিলে। অধৈৰ্য হৈ ঘড়ীটোলৈ চালে তেতিয়া সাত বাজিবলৈ পোন্ধৰ মিনিট বাকী আছে। সেয়ে সি বেগাবেগিকৈ যাবলৈ ধৰিলে।

হঠাতে তাৰ মনত পৰিল এতিয়া যাব লগা ট্ৰেইনখন কিয় নাহিল। সেই বিষয়ে সি ষ্টেচন মাষ্টৰক সুধিলেগৈ।

তেওঁ ক'লে- ট্ৰেইনখন অলপ পলমকৈ আহিব। প্ৰায় আঠটামানত পাবহি।

সি পেটে পেটে ভাবিলে, মোৰ কাম সমাধা হ'লে,৮ টা মান বজাত ট্ৰেইনখনতে উঠিম। সি তাৰ ডায়েৰীখন উলিয়াই কিবা অলপ লিখি লৈ আকৌ প্লাষ্টিকৰ মোনাটোৰে মেৰিয়াই ল'লে। ইয়াৰ পিছত সি সপোনৰ নাৰ্ছিং হ'মলৈ বুলি খোজ ল'লে। নাৰ্ছিং হ'মৰ সন্মুখত গাড়ীখন দেখি বোহিতৰ বুজিবলৈ বাকী নাথাকিল যে সপোন ইতিমধ্যে নাৰ্ছিং হ'ম পাইছেহি।

নাৰ্ছিং হ'মৰ সন্মুখত থকা গেটৰ ওচৰ পায়েই বোহিতে চকীদাৰক সুধিবলৈ মুখ মেলোতেই চকীদাৰে আগে ভাগে উত্তৰ দিলে-

চাহাব সপোন ছাৰ আহিল। ছাৰক আপোনাৰ কথা ক'লো কিন্তু ছাৰে বহু

চিন্তা কৰিও আপোনাক মনত পেলাব নোৱাৰিলে। সেয়ে ছাৰে আপোনাক আহি পোৱাৰ লগে লগে লেব'ৰেটৰীলৈ মাতি পঠিয়াইছে। ময়ে লৈ যাওঁ ব'লক ।

হ'ব পাৰিম, তুমি আহিব নালাগে। সৌটোহে লেব'ৰেটৰী। তুমি তোমাৰ ডিউটি কৰা, মই সপোনক লগ ধৰি আহোঁ বুলি ৰোহিত নাৰ্ছিং হোমৰ লেব'ৰেটৰীৰ ফাললৈ আগবাঢ়িল। ৰোহিতে লেব'ৰেটৰীৰ বাৰান্দাতে থিয় হৈয়ে লাইট জ্বলি থকা ৰুমটোৰ দৰজাখন ঠেলা মাৰি সোমাব খোজোঁতেই সপোনে চিঞৰি উঠিল-

আহক, সোমাই আহক। সপোনৰ ভাব হ'ল- কোন বা মনোজ! তাৰ দেখোন মনত পৰা নাই। সেয়ে মনোজক দেখা কৰিবলৈ সি ব্যগ্র হৈ আছিল, সেয়ে দৰজাখন খুলি ৰোহিত সোমাই আহোঁতে সপোন আচৰিত হৈ গ'ল- ক'তা এয়া দেখোন ৰোহিত।

অ' তয়ে মনোজ হৈ মোৰ বাউণ্ডেৰীত প্ৰৱেশ কৰিছ। তোক কোনে সোমাবলৈ দিলে। তই কাৰ পাৰ্মিচনত ইয়াত প্ৰৱেশ কৰিলি। তোৰ নিচিনা ভিকছ এটাৰ লগত মোৰ কোনো কাম নাই। তই ভালে ভালে ইয়াৰ পৰা ওলাই যা। নহ'লে কথা ডাঙৰ হ'ব। পাহৰিলি নেকি পুলিচৰ ঠেকেচকেইটা। নে তোক আৰু লাগিছিল।

ৰোহিতে ক'লে- সপোন মিছাতে ইমান উত্তেজিত নহ'বা। অলপ নিজৰ মৰ্যাদা বচাই চলিবা। তুমি মোক দেখি এনেকৈ উত্তেজিত হৈছা যেন লীয়াই আত্মহত্যা কৰা নাই, তুমিহে মাৰিছা। সপোন অলপ ধৈৰ্য ধৰ।

ৰোহিত পুলিচক মতাৰ আগতেই তই ভালে ভালে ইয়াৰ পৰা ওলাই যা আৰু কোনোদিন মোৰ ওচৰলৈ নাহিবি। তইতো জানই পুলিচৰ হতুৱাই মই তোক নিমিষতে গুৰি কৰি পেলাব পাৰো।

সপোন, তই মোক কেনেকুৱা ব্যৱহাৰ কৰিবি সেইটো মই ভালকৈয়ে জানো। মোক দেখি তই ভয় খাইছ কিজানিবা মই লীয়াৰ মৃত্যুৰ ৰহস্য উদ্‌ঘাটন কৰিবলৈ ইয়ালৈ আহিছো বুলি। তই ভুল কৰিছ, ইমান কেলেঙ্কাৰীত সোমাই থকা মানুহ মই নহয়। মোৰ কাম তেনেই পোনপটীয়া।

মোৰ কাম কেনেকুৱা তই অলপ পাছতে বুজি পাবি। সপোন, তোৰ প্ৰেমিকা কৰবী নাই অহা নেকি? যাৰ কাৰণে তই লীয়াক মৰিবলৈ বাধ্য কৰালি। কথাষাৰ শুনি সপোন উচপ খাই উঠিল।

ৰোহিতে আকৌ চিঞৰি চিঞৰি ক'লে- কৰবীক বিয়া পাতিবলৈ তোৰ কি সাহস নহ'ল কাৰণ তই সমাজত সৰু হৈ যাবি। সেয়ে লীয়াক মানুহৰ আগত দেখুৱাই বিয়া পাতি লীয়াক শান্তিত থাকিবলৈ নিদিলি। বাঃহ লীয়াৰ লগত মোৰ গোপন সম্বন্ধ আছে বুলি কৈ লীয়াকো ভয় খুৱাই খুৱাই আত্মহত্যা কৰোৱালি। মোকো সমাজত ঘৃণনীয়, চৰিত্ৰহীন আৰু লীয়াৰ লগত গণ্ডগোল থকা ব্যক্তি বুলি জোৰ কৰি পৰিচয় দিয়ালি। যাতে মোক সকলোৱে ঘৃণা কৰে।

খণ্ডেৰে সপোনে ক'লে- ৰোহিত, তোৰ লগত মোৰ অদৰকাৰী কথা পাতি সময়ো নাই আৰু ইচ্ছাও নাই।

তৎক্ষণাত চকীৰ পৰা উঠি টেলিফোনটো লৈ পুলিচলৈ ডায়েল কৰিলে। সেই সময়তে ৰোহিতে দৰজাখনৰ হুকটো মাৰি দিলে।

দৰজাখন কেলেই মাৰিছ বুলি কৈ আগুৱাই আহোঁতেই ছাৰ্টৰ তলত থকা চুৰিখন উলিয়াই সপোনৰ পেটত সুমুৱাই দিলে আৰু মুখেৰে কৈ থাকিল — পিশাচ তোৰ নিচিনা কাঁইট সমাজত থাকিলে সমাজ কেতিয়াও শান্তিত থাকিবলৈ নাপায়। তোক মাৰি মই অনুতপ্ত নহওঁ কাৰণ এতিয়া আৰু লীয়াৰ দৰে তোৰ ওচৰত কোনেও নিজৰ জীৱন উচৰ্গা কৰিব লগা নহয়।

সপোনৰ দেহাটো মাটিত ছট্‌ফটাই পৰি থাকিল। সেই সময়তে আকৌ বাহিৰৰ পৰা কোনোবাই দৰজাত টুকুৰিয়ালে।

ৰোহিতে ক'লে-কোন?

মই কৰবী খুলি দিয়ক।

তাই ভবা নাছিল সপোনৰ বাদে যে তাত আন কোনোবা থাকিব পাৰে। কাৰণ মাতটোত অকণো ধৰিব নোৱাৰিলে। ৰোহিতে দৰজাখন খুলিয়েই কৰবীৰ ফালে চালে। কৰবীয়ে আচৰিত হৈ সুধিলে-'আপুনি কোন?' ৰোহিতে একো উত্তৰ নিদি ৰুমটোৰ পৰা ওলাই গ'ল। কৰবীয়ে ৰুমটোত সোমায়েই সপোনৰ পৰি থকা তেজেৰে লুতুৰী পুতুৰী দেহাটোলৈ চাই চক্ খাই গ'ল। তাই মগজুৰ ভাৰসাম্য হেৰুৱাই চকীদাৰৰ ফালে ভিৰাই লৰ মাৰিলে। ইফালে ৰোহিতেও ডায়েৰীখন সপোনৰ টেবুলত থৈ আহিল। ওলাই আহোঁতে ডায়েৰীখন আনিবলৈ মন গৈছিল যদিও ৰোহিতে সেইখন লগত নানিলে।

ৰোহিতে মনতে ভাবিলে সেইখিনি ঠায়েই নিৰাপদ ঠাই। মিছাতে লগত লৈ ফুৰিলে ডায়েৰীখন যদি ক'ৰবাত এনেকুৱা আচহুৱা ঠাইত পৰে, য'ৰ পৰা

বুটলি পঢ়ি চোৰাটো মানুহৰ বাবে সম্ভৱ নহ'ব। বোহিতে বেগা বেগীকৈ ৰে'ল ষ্টেচনৰ ফালে গ'ল। ৰে'ল আহিবৰ সময় হৈছে। বোহিতে পেটে পেটে ভাবিলে ৰে'লতে উঠি গুচি যাম। আকৌ ভাবিলে আগৰ দৰে ল'ৰালি কালটো এতিয়া নাই যে অ'ত ত'ত পলাই সাৰিব পাৰিম। পুলিচৰ ওচৰতো আত্মসমৰ্পণ কৰিও লাভ নাই।

ইফালে আকৌ কৰবীয়ে চকীদাৰৰ ওচৰলৈ গৈ সপোনৰ কমটোলৈ আঙুলিয়াই দেখুৱালে। তাই ভয়তে মুখেৰে মাতিব নোৱৰা হ'ল। চকীদাৰে খৰ-ধৰকৈ গৈ লেব'ৰেটৰীৰ কম পালেগৈ। লেব'ৰেটৰীৰ কমত সপোনৰ বাগুৰী হৈ পৰি থকা দেহাটো দেখি লৰৰি আহিল। নাৰ্ছিং হ'মৰ অফিচ কমটোৰ ভিতৰত থকা ফোনটোৰে পুলিচলৈ খবৰ দিলে। চকীদাৰজনেও ইমান কঁপিবলৈ ধৰিলে যে পুলিচ কোনোমতে নাৰ্ছিং হোমৰ ঠিকনাটোহে ল'ব পাৰিলে। ঘটনাৰ সঠিক বিৱৰণী পুলিচে চকীদাৰৰ পৰা ল'ব নোৱাৰিলে। সেয়ে পুলিচে ঘটনাৰ গম্ভীৰতা বুজি পাই লগে লগে নাৰ্ছিং হ'ম পালেহি।

পুলিচে কৰবীক ঘটনাৰ বিৱৰণী জনাৰ উদ্দেশ্যে কিবা কিবি প্ৰশ্ন কৰিছিল যদিও একো উত্তৰ নাপালে। কাৰণ কৰবীয়ে ইতিমধ্যে মগজুৰ ভাৰসাম্য হেৰুৱাই পেলালে। চকীদাৰৰ কথা মতে পুলিচ হত্যাকাৰীক বিচাৰি ৰে'ল ষ্টেচনৰ ফালে গ'ল। কিন্তু পুলিচ গৈ পোৱাৰ লগে লগে ষ্টেচনত বিৰাট হুলস্থূল লাগিল। কোনোবা মানুহ হেনো ষ্টেচনলৈ আহি থকা ৰে'লখনৰ আগত পৰি মৰিল। ৰে'ল লাইনৰ পৰা মৃতদেহটো মৰণোত্তৰ পৰীক্ষাৰ বাবে পঠিওৱাৰ ব্যৱস্থা কৰিলে আৰু লগতে সপোনৰ মৃতদেহটোও মৰণোত্তৰ পৰীক্ষাৰ কাৰণে পঠিয়াই দিলে। সপোনৰ কমত হত্যাকাৰীয়ে কিবা ক্লু এৰি গৈছে নেকি বুলি পুলিচে ইফালে সিফালে চাওঁতেই চুৰিখন আৰু প্লাষ্টিকেৰে মেৰিওৱা বোহিতৰ সেই ডায়েৰীখন পালে। ডায়েৰী আৰু চুৰিখনেৰেই সপোনৰ আচল হত্যাকাৰীক সহজে উলিয়াব পাৰিব বুলি পুলিচৰ দৃঢ় বিশ্বাস। সেয়ে সেই দুপদ সম্বল পুলিচে বৰ সযতনে আনিলে। কিন্তু সেই ডায়েৰীখন পঢ়ি পুলিচে তৎক্ষণাত গম পালে যে ৰে'লৰ আগত পৰি আত্মহত্যা কৰা মানুহজনেই হ'ল সপোনৰ প্ৰকৃত হত্যাকাৰী।

বোহিতে ডায়েৰীৰ শেষৰ পাতখিলাত লিখি গৈছিল-ডি এছ পি বৰঠাকুৰ, অতদিনে বিচাৰি নোপোৱা কাশ্যপৰ হত্যাকাৰীক আজি অন্ততঃ আপুনি বিচাৰি পালে। মই আশা কৰোঁ সপোন আৰু কাশ্যপৰ দৰে মানুহ যাতে পৃথিৱীত কেতিয়াও জন্ম নলয় মোৰ দৰে হত্যাকাৰীো জন্ম নহওক। কাৰণ মই জীৱনৰ

মাজ বয়সতে দুটা হত্যা কৰিবলৈ বাধ্য হ'লোঁ। বাচি থাকিলে আৰু বা কিমানক হত্যা কৰিব লগা হয়! সেয়ে, মোৰ জীৱন শলিতাৰ চাকিগছি ৰে'ল লাইনৰ ওপৰতে নুমুৱাই দিলো। মোৰ ৰক্তখিনি ৰে'ল লাইনৰ বুকু ধুৱাই আশীৰ্বাদ ল'লো, যাতে মই কাহানিও এই পৃথিৱীত জন্ম নাপাওঁ। এতিয়া হয়তো ডায়েৰী পঢ়ি আপোনালোকে নিশ্চয় বুজি পালে এসময়ৰ বিদ্রূপেই কেনেকৈ হ'লগৈ ৰোহিত।

*মোৰ জন্মই মোৰ অভিশাপ*

*সেয়ে জীৱন চাকিটি ৰে'ল লাইনতে নিঃশেষ কৰিলোঁ*

*ৰক্ত প্ৰৱাহ ৰে'ল লাইনৰ*

*বুকুত বোৱাই দিলোঁ*

*কিবা জানো থাকিল মোৰ*

*ভুলতো নিদিয়া যেন পুনৰ জনম*

*এই পৃথিৱীত*

*কাকুতি মিনতি মোৰ...।*

**—ঃ সমাপ্ত ঃ—**